**CHITRA TARAKAR PREM** : A collection of Love Story of world famous Hollywood and Bollywood starts, written by Mantu Saikia and published by 'Chandra Prakash', Panbazar Guwahati-1
Price : Rs. 50.00 (Rupees fifty) only.

---

প্ৰকাশক ঃ

**শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্মা**

**চন্দ্ৰ প্ৰকাশ**

পাণবজাৰ, গুৱাহাটী-৭৮১০০১

দূৰভাষ - ২৫১১৯৪৬

**প্ৰথম প্ৰকাশ ঃ** ডিচেম্বৰ ২০০৬ চন।

**কভাৰ ডিজাইন ঃ** উৎপল বৰা

**মূল্য ঃ** ৫০.০০ (পঞ্চাশ) টকা

ডি.টি.পি. ঃ **ষ্টেণ্ডাৰ্ড ইম্প্ৰেছন**

এ. টি. ৰোড., কালিপুৰ, গুৱাহাটী - ৯

দূৰভাষ - ২৬৩৩২৬৩

**মুদ্ৰক ঃ** অ ৰোৰা ফাইন আৰ্টচ

বামুণীমৈদাম

# জাষ্ট এ-মিনিট

*"True love can never die"*

সহস্ৰ জনে মোক প্ৰশ্ন কৰে

মই কিয় প্ৰেমৰ কথা লিখো?

জৰ্জ আৰবেলেৰ সুৰতে সুৰ মিলাই কওঁ— লিখাটো মোৰ বাবে এক নিৰ্ভেজাল আনন্দৰ বিষয়। বিশেষকৈ প্ৰেম বিষয়ক লেখা। কিছুমান সত্য উদঘাটন কৰিবলৈ, কিছুমান ঘটনালৈ মানুহৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ মই লিখো। মই সকলো লেখাতেই ৰসৰ কথা চিন্তা কৰো। মোৰ সকলো লেখাতেই প্ৰেম সংপৃক্ত।

এই গ্ৰন্থৰ মূল ৰস হ'ল প্ৰেম। প্ৰেম সমগ্ৰ বিশ্বপ্ৰকৃতিৰেই প্ৰাণস্পন্দন। ইয়াৰ আকৰ্ষণ বিশ্বজোৰা। ই অৰ্বাচীন নহয়। সৃষ্টিৰ আদিম পুৱাতে আদি মানৱ আদম-ইভৰ পৰস্পৰৰ আকৰ্ষণৰ মূলতে হ'ল এই প্ৰেম। প্ৰেমৰ অবিহনে সৃষ্টিৰ যোগসূত্ৰ ক'ত?

বৰ্তমান যুগত বেছি চৰ্চিত বিষয়টো হ'ল প্ৰেম। সাম্প্ৰতিক কালত যন্ত্ৰসৰ্বস্ব জটিল পৃথিৱীখনৰ 'লাইট, কেমেৰা, চাউণ্ড-এক্সন' জগতৰ নায়ক-নায়িকাৰ প্ৰেম-ৰোমাঞ্চ, বিবাহ-বিচ্ছেদ আদি সম্পৰ্ক যদিও মনঃস্তাত্বিক আৰু ব্যক্তিগত তথাপি ই গভীৰ ভাবে আলোচনাৰ বিষয়বস্তু হৈ পৰিছে। গুণী পুৰুষৰ প্ৰতি একাধিক নাৰী আকৃষ্ট হোৱা দেখা যায়। চলচিত্ৰ জগতৰ তাৰকাসকলৰ আকৰ্ষণেই বেলেগ। তেওঁলোকৰ লাইফ-ষ্টাইল, প্ৰেম ৰোমাঞ্চ আদি সংবাদ মাধ্যমৰ বাবে এক আকৰ্ষণীয়, ৰমণীয় খবৰ।

গ্লেমাৰ ৱৰ্ল্ডৰ তাৰকাসকলৰ ৰিয়েল লাইফৰ প্ৰেম-ৰোমাঞ্চ, বিবাহ-বিচ্ছেদৰ খবৰ অসমীয়া পাঠকক দিয়াৰ উদ্দেশ্য এয়া প্ৰথম প্ৰচেষ্টা। 'প্ৰেমৰ ডায়েৰী', 'নাৰী আৰু প্ৰেম'ৰ পাছতে এইখন মোৰ তৃতীয় সংকলন।

প্ৰেম প্ৰত্যেক মানুহৰ জীৱনৰ এক অবিচ্ছেদ্য অংশ, ই অপাংক্তেয় নহয়। মানৱ হৃদয়ৰ সৰ্বোত্তম আবেগ হ'ল প্ৰেম। যৌবনৰ লগত প্ৰেম আহে হাতধৰা লিগিৰী হৈ। ই পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ ভাষা। পূৰ্ণিমাৰ চন্দ্ৰৰ দৰেই উচ্চ-নীচ, ধনী-দুখীয়া সকলোকে পোহৰ বিলায়, প্ৰেমেও সকলোকে ঠিক তেনেদৰে পোহৰ বিলায়।

প্ৰেমে মানুহৰ আয়ুস বঢ়ায়। লৌহ যুগৰ এক প্ৰাচীন সংস্কৃত গ্ৰন্থত উল্লেখ আছে যে — "বাহু পাশত আৱদ্ধ নিদ্ৰিতা তৰুণীৰ অধৰৰ মধু যিয়ে পান কৰে, সি পৰম সুখী।"

'বি-বি-চি'ৰ এক সমীক্ষা মতে মানুহে সমগ্ৰ জীৱনটোৰ তিনিটা বছৰ ব্যয় কৰে আহাৰ গ্ৰহণৰ বাবে, এটা বছৰ কথা কৈ ব্যয় কৰে আৰু চুম্বনৰত অৱস্থাত থাকে সম্পূৰ্ণ দুটা সপ্তাহ। এক মিনিটৰ এটা চুম্বনে প্ৰায় ছয় কেলৰি শক্তি ব্যয় কৰে, যিটো পাঁচ মিনিট সাতোঁৰাৰ সমান। চুম্বনে শৰীৰৰ ৰক্ত প্ৰবাহৰ গতি নিয়মীয়া কৰে আৰু মুখমণ্ডলৰ মাংসপেশী সজীৱ কৰি ৰাখে।

সমীক্ষা মতে প্ৰেম নকৰা— অবিবাহিতসকল বিবাহিতাসকলতকৈ বেছি অসুখত ভোগে।

প্ৰেম স্বাস্থ্যৰ মহৌষধ।

প্ৰেম বিহীন জীৱন বৃথা।

প্ৰেম কৰি সুখী হওক।

প্ৰকৃত প্ৰেমৰ যৱনিকা নপৰে।

এখন প্ৰেমৰ পৃথিৱীৰ সন্ধানত।।

**মণ্টু শইকীয়া**

# সূচীপত্ৰ

## হলিউডৰ চিত্ৰ-তাৰকাৰ প্ৰেম ৰোমাঞ্চ

হলিউডৰ প্ৰেম ৰোমাঞ্চ

# মেৰিলিন মনৰোৰ প্ৰেম আৰু ৰোমাঞ্চ

মেৰিলিনে কৈছিল— Let'us make love. আকৌ কেতিয়াবা কৈছিল Something's got to love. প্ৰেম, অভিনয় আৰু জীৱনক লৈ মেৰিলিন মনৰোয়ে পৃথিৱীত খলক লগাই থৈ গৈছে। ৮০ দশকৰ আগৰ দৰ্শক আৰু যুৱকৰ বাবে মেৰিলিনৰ সমান 'ছেক্সবম' আৰু কোনো নাছিল।

ৰূপহী গৰাকীক বিংশ শতাব্দীৰ 'উৰ্বশী' বুলি কোৱা হয়। উঠন বুকু, উচ্ছ্বল প্ৰগলভা তন্বী, সুগঠিত দেহেৰে তাইক স্বৰ্গৰ উৰ্বশী, মেনকা কিম্বা বিশ্বমোহিনী তিলোত্তমাৰ লগতহে তুলনা কৰিব পাৰি। প্ৰকৃতি দেৱীয়ে যুৱতী গৰাকীক এনে স্বাস্থ্য, এনে সুন্দৰ মুখ, এনে দেহ বল্লৰী দান কৰিছে যে ধ্যানমগ্ন ঋষিৰো ধ্যানভংগ হ'ব। মুখত ভূবন ভুলোৱা মিচিকিয়া হাঁহি, অতুলনীয় ৰূপ-যৌৱন, লাহি কঁকাল আৰু নিজৰ কাৰ্য দক্ষতাৰে প্ৰথম দৃষ্টিতেই মানুহক মোহিত কৰিব পৰা এই যুৱতীৰ ওপৰত দৃষ্টি পৰিলেই যিকোনোৱেই ক্ষন্তেকলৈ হ'লেও আপ্লুত হৈ তাইৰ সৌন্দৰ্য উপভোগ কৰিব। হলিউডৰ চিত্ৰ আকাশৰ ধ্ৰুৱতৰা স্বৰূপে, যাৰ ৰূপ লাৱণ্যত বলিয়া হৈ পৰিছিল সমস্ত জগতৰ আবাল-বৃদ্ধ- বনিতা। যুৱতী গৰাকী হ'ল বিংশ শতাব্দীৰ গ্লেমাৰ জগতৰ ভোটাতৰা 'মেৰিলিন মনৰো'।

অভিনয়ৰ ছন্দে ছন্দে হলিউড কঁপাই তোলা মোৰিলিন মনৰো কেৱল মোহময়ী আৰু প্ৰতিভাময়ীয়েই নহয়— তেওঁ যৌন আবেদনময়ীও। যৌনতাৰ এক অনন্য প্ৰতিভূ। মেৰিলিন হ'ল কুৰি শতিকাৰ দহ গৰাকী অভিনেত্ৰীৰ ভিতৰত প্ৰথম গৰাকী যৌৱনমতী নাৰী। 'প্লেবয়' আলোচনীখনে বাচনি কৰা দহ গৰাকী যৌৱনমতী নাৰীৰ ভিতৰত মেৰিলিনৰ নাম প্ৰথমত।

কিম্বদন্তি হৈ পৰা মোহময়ী মেৰিলিন মনৰোৰ আচলতে প্ৰকৃত নাম আছিল 'নৰ্মা জেন বেকাৰ'। নৰ্মাৰ জন্ম, মাতৃ-পিতৃ আদিৰ নাম পৰিচয় আজিও কুহেলিকাময়। যি গৰাকী মাতৃয়ে তেওঁক দহমাহ দহদিন গৰ্ভত.ধাৰণ কৰি পৃথিৱীৰ

পোহৰ দেখুৱালে তেওঁ আছিল আমেৰিকাৰ। নৰ্মাৰ দেউতাক 'এডৱাৰ্ড মৰ্টেনচেন' ভেনিচ নাবিক। দুয়োৰে দাম্পত্য জীৱন সুখৰ আৰু আদৰ্শগত নাছিল— পৰস্পৰে উচ্ছৃংখল জীৱন কটাইছিল। অৱশ্যে নৰ্মাৰ দেউতাকৰ পৰিচয় গোপনে আছিল। অনেকৰ মতে নৰ্মা ভূমিষ্ঠ হোৱাৰ দুদিনমানৰ পিছতে মদ খাই মাতাল হৈ লছ এঞ্জেলছৰ হাইৱে'ত বলিয়াৰ দৰে গাড়ী চলাই এডৱাৰ্ড মৰ্টেনচেন নামৰ ভেনিচ নাবিকজন মৃত্যু মুখত পৰে। কণমানি নৰ্মাৰ মাকো নৰ্মা কেঁচুৱা অৱস্থাতেই মৃত্যু হয়।

অনাথ আশ্ৰমতে নৰ্মা ডাঙৰ-দীঘল হৈছিল। কিশোৰী নৰ্মাৰ দিনবোৰ সুখ শান্তিৰে পাৰ হোৱা নাছিল। তাই হা-ভাত, হা-কাপোৰ কৰি দিন নিয়াব লাগিছিল। এটুকুৰা ৰুটি আৰু এপদ বস্ত্ৰৰ বাবে তাই সংগ্ৰাম কৰিব লগা হৈছিল। তাইৰ উঠি অহা দেহটি কলা কলাকৈ বাঢ়ি আহিছিল। ইফালে তাইৰ দেহৰ ওপৰত পুৰুষৰ লোলুপ দৃষ্টি। অসহ্য হৈ তাই আত্মহত্যাৰ কথাও ভাবিছিল।

সেই সময়ত যদি নৰ্মা নামৰ কিশোৰী গৰাকীয়ে মৃত্যু পথকে বাছি ল'লেহেঁতেন তেন্তে আমি মেৰিলিন মনৰোক নেজানিলোহেঁতেন। বা অৰ্ধ মানৱী অৰ্ধ কল্পনা কিম্বা অৰ্ধ আকাশ মোহময়ী নাৰী গৰাকীৰ বিপুল প্ৰতিভা দেখাৰ পৰা আমি বঞ্চিত হ'লোহেঁতেন! নৰ্মা বোলা কিশোৰী গৰাকী এদিন হেৰাই গ'ল মেৰিলিন মনৰোৰ মাজত।

## প্ৰতিভাৰ অন্য এক নাম মেৰিলিন মনৰো

মেৰিলিন তেতিয়া ষোড়শী গাভৰু। দেহত অদমনীয় ৰূপ যৌৱন— যেন একুৰা জুই। তাই তেতিয়া বুজিব পৰা হৈছিল তাইৰ ওপৰত পুৰুষৰ লোলুপ দৃষ্টিৰ অৰ্থ কি? পকা চুলিৰ বয়সস্থ লোকেও অবাক বিস্ময়েৰে তাইক কিয় চায়? আইনাত তাই নিজকে অনেক দিন দেখিছে। তাই বুজি পালে পুৰুষে প্ৰকৃততে নাৰীৰ ওচৰত কি বিচাৰে? কি পালে পুৰুষে শিশুৰ দৰে শান্ত হয় আৰু তাই বিচাৰি পালে ৰাতিটোৰ ভিতৰতে ৰাজৰাণী হোৱাৰ ফৰ্মুলা। মাত্ৰ ১৪বছৰতে দেহত সূতা এডালো নৰখাকৈ তাই বডি লেংগুৱেজটো কেমেৰাৰ আগত দাঙি ধৰিলে।

ফটোগ্ৰাফাৰে কেমেৰাৰ চাটাৰ ক্লিক কৰিলে, ফটো তোলা হ'ল মেৰিলিনৰ আবুৰহীন আপাদমস্তকৰ। কেইবালাখ প্ৰিণ্ট কৰা হ'ল। সেই ফটোৱে বিক্ৰীৰ ক্ষেত্ৰত ৰেকৰ্ড সৃষ্টি কৰিলে। ৰাতিটোৰ ভিতৰতে মেৰিলিন হৈ পৰিল যৌনতাৰ প্ৰতীক। মেৰিলিনৰ ভাষাৰে — '..... মোক পোহৰ লাগে; মোক অৰ্থ লাগে, সম্পদ লাগে, লাগে ঐশ্বৰ্য। ....মই বিচাৰো ৰজা-মহাৰজা, উদ্যোগপতি-ব্যৱসায়ী, প্ৰেচিডেণ্ট, ৰাজনীতিবিদ আটায়ে মোক চেলুট দিয়ক.... !'

সঁচাকৈয়ে মেৰিলিনৰ সপোন এদিন বাস্তৱত পৰিণত হ'ল। মেৰিলিনে আমেৰিকাৰ সম্ভ্ৰান্ত মহলত আলোড়নৰ সৃষ্টি কৰিলে। শ্ৰেষ্ঠ নাট্যকাৰ, বিখ্যাত সদাগৰ, উদ্যোগপতি আদি কৰি ৰাষ্ট্ৰপ্ৰধানলৈকে তেওঁৰ প্ৰণয়প্ৰাৰ্থী হ'ল। মেৰিলিনৰ নাম লৈ ভাগ্য পৰীক্ষা চলিল বিখ্যাত ব্যৱসায়ী, নামজ্বলা খেলুৱৈ, সুখ্যাত-প্ৰখ্যাত ৰাজপ্ৰতিনিধিসকলৰ মাজত।

মেৰিলিনলৈ ৰূপালী পৰ্দাৰ প্ৰস্তাৱ আহিল। মেৰিলিনৰ দুচকু তিৰ্‌বিৰাই উঠিল। মেৰিলিন হৈ পৰিল ষ্টেগুৰ্ড বডি লেংগুৱেজৰ অধিকাৰী। মাত্ৰ দুটা বছৰতে মেৰিলিন হৈ পৰিল হলিউডৰ উজ্জ্বল তাৰকা। যৌন আবেদনময়ী সুন্দৰী বুলি মেৰিলিন বেছি বিতৰ্কিত হ'ল।

## প্ৰেম-ৰোমাঞ্চ বিবাহ

নাৰীৰ হৃদয়ৰ আটাইতকৈ মূল্যবান সম্পদফেৰা হৈছে প্ৰেম। ঈশ্বৰ প্ৰদত্ত সৌন্দৰ্য নাৰীৰ গৌৰৱ। উত্তৰণৰ পথ বুলিও ক'ব পাৰি। নাৰী হ'ল সৃষ্টি আৰু সৌন্দৰ্যৰ উৎস ভূমি। সৌন্দৰ্য সাধনা নাৰীৰ সহজাত প্ৰবৃত্তি। 'লজ্জাই নাৰীৰ ভূষণ' বুলি আজিৰ যুগৰ নাৰীয়ে স্বীকৃতি নিদিয়ে।

মেৰিলিন হ'ল সৌন্দৰ্য আৰু যৌনতাৰ প্ৰতীক। বিবাহ আছিল তেওঁৰ বাবে এক পবিত্ৰ বিষয়। বিবাহেহে, নাৰীক পূৰ্ণ মৰ্যদা দিয়ে। হিন্দু দৰ্শনৰ মতে নাৰী দুভাগে বিভক্ত। এভাগ নাৰী উৎপাদনকাৰী, সুখ-শান্তিৰ প্ৰতীক হিচাপে আৰু অন্য ভাগ নাৰী কলহপ্ৰিয়, ঈৰ্ষাপৰায়ণ, ধ্বংসৰ প্ৰতীক হিচাপে প্ৰখ্যাত। দৈহিক আৰু চৰিত্ৰৰ ফালৰ পৰা পদ্মিনী, শঙ্খিণী, চিত্ৰাণী, হস্তিনী, বাৰম্ভী, পুৰন্ধ্ৰী, সীমান্তিকা, বাৰঙ্গনা, নষ্টা, বেশ্যা, বহুভোগ্যা, গণিকা, বাৰবণিতা, ছলনাময়ী, বিদুষী,

কুহকিনী, সহধৰ্মীনী, সতি, অৰ্ধাঙ্গিনী আদি কৰি অভিসাৰিকা আধুনিক কলগাৰ্ললৈকে নাৰীক যি নামেৰেই নামাতক লাগে মুঠতে মেৰিলিন হ'ল যৌনতা তথা সৌন্দৰ্যৰ প্ৰতীক আৰু বিবাহপ্ৰেমী নাৰী।

মেৰিলিনৰ জীৱন আছিল প্ৰেমৰ সন্ধানৰত। তেওঁ আছিল সদায় এখন প্ৰেমৰ পৃথিৱীৰ সন্ধানত। পিতৃৰ স্নেহ বিচাৰি হাবাথুৰি খোৱা মেৰিলিনে সদায় পিতৃৰ অপত্যস্নেহৰ পৰা বঞ্চিত হৈছিল। তেওঁ বিবাহক সন্মানৰ দৃষ্টিৰে চাইছিল। তেওঁৰ মতে বিবাহ; প্ৰেম আৰু ভালপোৱাৰ ওপৰত প্ৰতিষ্ঠিত হ'ব লাগে। তেওঁ তিনিজন পুৰুষৰ লগত বিবাহ পাশত আবদ্ধ হৈছিল; কিন্তু তেওঁৰ ভাগ্যত দাম্পত্য জীৱনৰ সুখ লেখা নাছিল। দাম্পত্য জীৱন তেওঁৰ বাবে হৈ পৰিছিল এক অস্থায়ী মঞ্চসজ্জা। তেওঁৰ জীৱনলৈ অহা পুৰুষ সকল হ'ল এলবাৰ্ট, জিম ডহাটি, জোডি মেগিঅ, আৰ্থাৰ মিলাৰ, ৰাষ্ট্ৰপতি কেনেডি ..... ইত্যাদি।

মেৰিলিনৰ বয়স তেতিয়া তেৰ কি চৈধ্য বছৰ। কৈশোৰ আৰু যৌৱনৰ সঙ্গমসময়। জীৱনৰ প্ৰথম ভুলটো কৰাৰ বতৰ। জীৱনলৈ প্ৰেম আৰু ৰোমাঞ্চ অহাৰ সময়। যৌৱনৰ দুৱাৰ ডলিত সাধাৰণতে মানুহৰ জীৱনত প্ৰেমৰ ঢৌ উঠে। ...... এদিন তাইক অন্তৰংগ বন্ধু লিলিয়ে ক'লে — 'নৰ্মা, তোক এলবাৰ্টে ভাল পায়।' তেতিয়া তাই ভালপোৱা কি বস্তু বুজি পোৱা নাছিল। অৱশ্যে এদিন নৰ্মাক বয়সেই ভালপোৱা কি বস্তু শিকাই দিলে। এলবাৰ্টে হ'ল তাইৰ জীৱনৰ প্ৰথম প্ৰেম আৰু প্ৰথম ৰোমাঞ্চ। পুৰুষৰ সান্নিধ্য, প্ৰেম তথা ৰোমাঞ্চে তাইক শিহৰিত আৰু উন্মনা কৰি তুলিলে।

এলবাৰ্ট আছিল ধনীৰ দুলাল। এলবাৰ্টেই তাইক শিকাই দিছিল একেৰাতিৰ ভিতৰতে বিখ্যাত হোৱাৰ পথ। এলবাৰ্টে তাইক লৈ গৈছিল কেমেৰাৰ সন্মুখলৈ, ৰূপালী পৰ্দাৰ জগতখনলৈ। এলবাৰ্টৰ প্ৰেৰণাতে অনাথ আশ্ৰমৰ সেই নৰ্মা এদিন বিশ্ববিখ্যাত মেৰিলিন মনৰো হৈছিল।

মেৰিলিন মনৰো প্ৰথম বিবাহ পাশত আবদ্ধ হৈছিল 'জিম ডহাটি'ৰ লগত। ধাতু খনিৰ শ্ৰমিক জিম তেতিয়া ২১বছৰীয়া ডেকা আৰু মেৰিলিন তেতিয়া লাস্যময়ী ষোড়শী গাভৰু। এওঁলোকৰ দাম্পত্য জীৱন মাত্ৰ চাৰি বছৰহে স্থায়ী হয়।

জিম ডহাটিৰ পাছত অনিন্দ্যসুন্দৰ ৰূপৰ অধিকাৰিণী মায়াবী নাৰী গৰাকী বিয়াত সোমায় জোডি মেগিঅৰ লগত। এই বিবাহো বেছি দিন নিটিকিল।

মেগিঅৰ পাছত মেৰিলিনে জীৱন সৰ্বস্ব দি প্ৰাণভৰি ভাল পাইছিল বিখ্যাত নাট্যকাৰ আৰ্থাৰ মিলাৰক। কলিজা কঁপোৱা মেৰিলিনৰ সৌন্দৰ্যই মিলাৰক আকৰ্ষণ কৰিছিল আৰু তেওঁৰ প্ৰেমে মিলাৰৰ নাট্য সৃষ্টিত প্ৰেৰণা দিছিল। অৱশ্যে ১৯৬১ চনত পৰস্পৰৰ বিবাহ-বিচ্ছেদ ঘটে।

মেৰিলিন মনৰো আছিল ভীষণ ৰোমাণ্টিক আদৰ্শবাদী নাৰী। তেওঁ জীৱনত দুজন পুৰুষৰ লগতহে মনৰ ভাব বিনিময় কৰিছিল। তেওঁলোক হ'ল স্বামী জোডি মেগিঅ' আৰু পুৰুষ বন্ধু জ'হান্নি হাউদ। জ'হান্নি হাউদ আছিল মেৰিলিনতকৈ ত্ৰিশ বছৰ ডাঙৰ। তেওঁ আছিল মেৰিলিনৰ একপ্ৰকাৰ ফ্ৰেণ্ড ফিল'ছ'ফাৰ এণ্ড গাইড স্বৰূপ। হাইদ আছিল কোটিপটি মানুহ। যি কি নহওক দুয়ো পৰনিন্দাৰ পৰা হাত সাৰিব নোৱাৰিলে। শাস্ত্ৰত কৈছে— 'পুৰুষৰ সৈতে যুৱতী নাৰীৰ বাস নিষেধ। আনকি জী-ভনীৰ লগতো অবিধেয়।' — বিদেশীসকলৰ ধাৰণাও ইয়াতকৈ কম নহয়। ইংৰাজীত এষাৰ কথা আছে— 'Between man and woman there is no friendship possible.....'

অস্কাৰ ৱাইল্ড'ৰ দৰে ব্যক্তিয়েও বিশ্বাস কৰে যে নাৰী আৰু পুৰুষৰ মাজত বন্ধুত্ব অসম্ভৱ। হ'ব পাৰে অনুৰাগ, শত্ৰুতা, পূজা, প্ৰেম কিন্তু বন্ধুত্ব নহয়।'

ঋক্‌বেদত উৰ্বশীয়ে কৈছে —

'নবৈ স্ত্ৰৈনাণি, সখ্যানি, সন্তি সালবৃকানাং হৃদয়ান্যেতা' অৰ্থাৎ নাৰীৰ সৈতে বন্ধুত্ব হ'ব নোৱাৰে। কাৰণ তেওঁলোকৰ হিয়া কুকুৰনেচীয়া বাঘৰ হিয়া।'

সেয়ে, জ'হান্নি হাউদে তেওঁৰ কোটিটকাৰ সম্পত্তিবোৰ মেৰিলিনক দি যোৱাৰ পাং পাতি তেওঁৰ লগত বিয়াত বহিবলৈ অনুৰোধ কৰিছিল। কথাতে কয় বোলে 'বৃদ্ধস্য তৰুণী ভাৰ্যা।' কিন্তু মেৰিলিনে বৃদ্ধৰ প্ৰস্তাৱ স্বীকাৰ নকৰিলে। গতিকে বৃদ্ধস্য তৰুণী ভাৰ্য্যা নহ'ল।

**১৯৬০চনত মেৰিলিন মনৰোৰ কেনেডি ভগ্নীৰ লগত বন্ধুত্বৰ সূত্ৰপাত হয়। বান্ধৱীৰ বিয়া হৈছিল পিটাৰ নামৰ লোক এজনৰ লগত। ১৯৬০ চনৰ এপ্ৰিলত পিটাৰৰ এক পাৰ্টিলৈ ৰবাৰ্ট কেনেডি নিমন্ত্ৰিত অতিথি ৰূপে আহে। মেৰিলিনৰ লগত এই পাৰ্টিতেই কেনেডিৰ দৈহিক সম্পৰ্ক ঘটে। ইয়াৰ পিছত জুন মাহত হোটেলৰ এক গোপন কক্ষত ৰাষ্ট্ৰপতি কেনেডিৰ লগত মেৰিলিনৰ সম্পৰ্ক ঘটে। আনৰ সংসাৰত জুই দিয়া দেখি কেনেডিৰ পত্নী জেকুলিন কেনেডিয়ে মেৰিলিনক**

ৰাষ্ট্ৰপতিৰ লগতে বিয়াত সোমাবলৈ প্ৰস্তাৱ আগবঢ়ায়। কিন্তু জেকুলিনৰ এই প্ৰস্তাব তেওঁ মানি নল'লে। কাৰণ তেওঁ ভাবিছিল কেনেডিয়ে পত্নীক ত্যাগ কৰি তেওঁক বিয়া কৰাব। কিন্তু মেৰিলিনৰ এই আশা কেনেডিয়ে পূৰণ নকৰিলে। কেনেডিৰ কাৰণে মেৰিলিন পাগলীৰ দৰে হৈ পৰিছিল।

লব্ধ প্ৰতিষ্ঠ লেখিকা মামনি ৰয়চম গোস্বামীয়ে কৈছে— 'পৰকীয়া প্ৰেমত আকৃষ্ট হোৱাটো মানুহৰ স্বভাৱ।... পৃথিৱীৰ সকলো পুৰুষ নাৰীয়েই পৰকীয়তাত আকৰ্ষিত হ'লেও শেষত নিজৰ পতি বা পত্নীৰ ওচৰলৈকে ঘূৰি আহে।'

প্ৰকৃততে ত্ৰিভুজাকাৰ প্ৰেম বা পৰকীয়া প্ৰেমৰ পৰিণতি সদায় কৰুণ আৰু ভয়াবহ। এনে প্ৰেম ব্যক্তি, পৰিযাল আৰু সমাজৰ বাবেও অনিষ্টকৰ।

১৯৬২ চনৰ ৫ আগষ্টত মেৰিলিনৰ জীৱন নাটৰ অৱসান ঘটে। তেওঁৰ শুৱনি কোঠাৰ পৰা মৃত দেহটো উদ্ধাৰ কৰা হ'ল। চিকিৎসকৰ মতে অত্যধিক পৰিমাণে শ্লিপিং টেবলেট সেৱন কৰাৰ কাৰণে তেওঁৰ মৃত্যু হয়। মৃত্যুৰ পিছত সুসজ্জিত কোঠাত পোৱা গ'ল তেওঁৰ এহাতত টেলিফোন, আনহাতত শ্লিপিং টেবলেটৰ খোলা ফাইল।

মেৰিলিন মনৰো চিনেমা তথা সৌন্দৰ্যৰ জগতত যি দৰে 'ধুমকেতু'ৰ দৰে আৱিৰ্ভাৱ হ'ল সেইদৰে মহাবিশ্বত ঢৌ সৃষ্টি কৰি হঠাৎ মহাপ্ৰয়াণো কৰিলে। পৰিপূৰ্ণ যৌৱনত যমৰ কিঙ্কৰক আলিঙ্গন কৰাটো আজিও ৰহস্যজনক।

মেৰিলিন মনৰো এগৰাকী যৌন আবেদনমী নায়িকা হিচাপে বিখ্যাত আছিল। তেওঁৰ মৃত্যুৱে গোটেই পৃথিৱীখনৰে মানুহক দুখ দিয়ে। প্ৰকৃততে মেৰিলিনৰ জীৱনত বাৰুকৈয়ে ট্ৰেজেদি আছিল। অনেক মানসিক কষ্ট, অনেক যন্ত্ৰণাত পিষ্ট হৈহে মেৰিলিনে আত্মহত্যা কৰিছিল। আন দহ গৰাকী নাৰীৰ দৰে তেৱোঁ প্ৰেম-প্ৰীতিৰে ভৰা স্বামী-পুত্ৰ-কন্যা সমন্বিতে এখন সুখৰ সংসাৰ বিচাৰিছিল। কিন্তু তেওঁ পালে অনেক অৱহেলা, ঘৃণা আৰু তাচ্ছিল্য। পুৰুষবোৰে তাইৰ ওচৰ চাপিব বিচাৰে কেৱল কামনা-লালসা চৰিতাৰ্থ কৰিবলৈ। প্ৰকৃততে মেৰিলিনৰ ঘৰলৈ অনেকেই আহিছিল; নামজ্বলা ৰাজনীতিবিদ, কূটনীতিবিদ আদি কৰি বিখ্যাত লোক সকল। কিন্তু সকলোৱে যেন তেওঁক শয্যাসংগিনী ৰূপেহে বিচাৰিছিল।

মেৰিলিন মনৰো এগৰাকী সফল অভিনেত্ৰী। তেওঁক মানুহে মনত ৰাখে উত্তেজক ছবিৰ বাবে নহয়, তেওঁক মনত ৰাখে এইবাবেই যে তেওঁৰ জীৱনত

এনে এক ট্ৰেজেদি আছিল— তেওঁ যৌন আবেদনময়ী অভিনেত্ৰী হ'বলৈ নিবিচাৰিলেও কোৱা হৈছিল যে তেওঁ যৌন আবেদনময়ীহে হ'ব পাৰে। তেওঁ এই ট্ৰেজেদিৰ পৰা হাত সাৰিবলৈ 'বাছ ষ্ট'প' আৰু 'মিছফিটছ'ৰ দৰে ছবিও কৰিছিল।

১৯৫০ চনত ব্ৰডওৱেৰ মঞ্চৰ বেক ষ্টেজৰ জীৱনক লৈ নিৰ্মিত 'টুৱেণ্টিয়েথ চেঞ্চুৰী ফক্স' প্ৰযোজিত আৰু জোচেফ এল মেনকিউইজ পৰিচালিত 'অল এবাউট ইভ' নামৰ ছবিখনে ১৪ টা নমিনেচন পাইছিল আৰু ৫টা অস্কাৰ লাভ কৰিছিল। উক্ত ছবিত মেৰিলিনে এটা সৰু চৰিত্ৰত অসাধাৰণ অভিনয় কৰিছিল।

আকৰ্ষণীয় শৰীৰ আৰু অভিনযৰ দক্ষতাৰে মায়াজাল সৃষ্টি কৰি হলিউড কঁপাই তোলা মেৰিলিন হলিউডৰ এক উজ্জ্বল জ্যোতিষ্ক তথা বোলছবি জগতৰ এক কিংবদন্তি নাযিকা। কিছুদিনৰ আগতে মেৰিলিনে 'দেয়াৰ ইজ ন' বিজনেছ লাইফ শ্ব' বিজনেছ' নামৰ ছবিত ব্যৱহাৰ কৰা এপদ অন্তৰ্বাস নিলাম হৈছিল। 'ছাঁতে শুকুৱা মুঠিতে লুকুৱা' দুই ইঞ্চি বস্তুপদ এটি ৰক্ সংগীতৰ দলে ক্ৰয় কৰিছিল। তাৰ দাম আছিল ভাৰতীয হিচাপত ১ লাখ ৫৬ হেজাৰ টকা।

মেৰিলিনে কৈছিল, মাজে মাজে মই বিচাৰিছিলো সঁচা প্ৰেম! মোৰ ওচৰলৈ প্ৰেম নিবেদনৰ বাবে অহা পুৰুষসকলে মোৰ দেহৰ মাপকাঠি জুখিবলৈহে আহে— মনৰ নহয।'

মেৰিলিন মনৰো বিগত শতিকাটোৰ শ্ৰেষ্ঠা ব্যক্তি। আন্তঃৰাষ্ট্ৰীয শ্ৰেষ্ঠা ব্যক্তি। আন্তঃৰাষ্ট্ৰীয 'টাইম' আলোচনীখনে শতিকাৰ ব্যক্তিৰূপে বিশ্বৰ এশজন ব্যক্তিৰ এখন তালিকা প্ৰস্তুত কৰিছিল। উক্ত তালিকাত শতিকাটোৰ শ্ৰেষ্ঠ ব্যক্তি হিচাপে মাদাৰ টেৰেছা, ডায়েনা, মেৰিলিন মনৰোও অন্তৰ্ভুক্ত।

## মেৰিলিন মনৰোৰ আত্মহত্যাৰ আঁৰৰ কাহিনী —

বিশ্ব বিশ্ৰুত প্ৰতিভাময়ী, মোহময়ী এইগৰাকী হলিউডৰ অভিনেত্ৰীয়ে যাঠিৰ দশকৰ আৰম্ভণীতে শ্লিপিং পিল খাই আত্মহত্যা কৰা বুলিয়েই বাতৰি প্ৰকাশ পাইছিল। কিন্তু আজি তেওঁৰ মৃত্যুৰ সন্দৰ্ভত এক নতুন তথ্য প্ৰকাশ পাইছে, সি কেৱল চাঞ্চল্যকৰেই নহয় অকল্পনীয়ও। কাৰণ মেৰিলিনৰ মৃত্যুৰ সৈতে আমেৰিকাৰ হোৱাইট হাউচ, তাকো স্বয়ং আমেৰিকান ৰাষ্ট্ৰপতিৰ নাম জড়িত

হৈ পৰাটো সৰ্বসাধাৰণৰ বাবে অবিশ্বাস্য কথা। অবিশ্বাস্য হলেও কিন্তু সম্প্ৰতি এই তথ্য প্ৰকাশ পাইছে যে মেৰিলিনৰ মৃত্যুৰ আঁৰত এখন অদৃশ্য হাতে কাম কৰিছিল আৰু শ্লিপিং পিল খাই অভিনেত্ৰী গৰাকীয়ে আত্মহত্যা কৰা বুলি বাৰ্তৰি সদৰিহে কৰা হৈছিল। যৌন আবেদনময়ী অভিনেত্ৰী গৰাকীৰ জীৱনৰ কাহিনীৰ আধাৰত ৰচিত 'দ্য চিক্ৰেট লাইফ অৱ মেৰিলিন মনৰো' নামৰ কিতাপ খনত লিখক এন্থনী ছামাৰছে উল্লেখ কৰা মতে মেৰিলিনৰ মৃত্যুৰ সৈতে জড়িত থকা বুলি সন্দেহকৃত ব্যক্তি দুজন হ'ল সেই সময় আমেৰিকাৰ ৰাষ্ট্ৰপতি জন ফিটজেৰাল্ড কেনেডী আৰু তেওঁৰ ভায়েক তথা কেনেডী কেবিনেটৰ এণ্টৰ্নী জেনেৰেল ৰবাৰ্ট কেনেডী। এন্থনী ছামাৰছৰ কিতাপখনে সম্প্ৰতি আমেৰিকাত চাঞ্চল্যৰ সৃষ্টি কৰিছে।

কিহৰ ভিত্তিত ছামাৰছে তেওঁৰ কিতাপখনত ৰাষ্ট্ৰপতি জন কেনেডী আৰু ভায়েক ৰবাৰ্ট কেনেডীৰ নাম মেৰিলিন মৃত্যু ৰহস্যৰ সৈতে সাঙুৰিলে সেই সম্পৰ্কত বৃটিছ ব্ৰডকাষ্টিং কৰ্পোৰেশ্যনৰ লগত হোৱা এটা সাক্ষাৎকাৰত এন্থনী ছামাৰছে কেইবাটাও অকাট্য যুক্তিৰ ওপৰত তেওঁৰ উক্ত তথ্য থিয় কৰোৱা হোৱা বুলি মন্তব্য কৰে।

এন্থনৰী ছামাৰছৰ মতে মেৰিলিনৰ যে হোৱাইট হাউচৰ সৈতে মাথো যোগাযোগেই আছিল এনে নহয়, মেৰিলিনে সেই সময়ৰ ৰাষ্ট্ৰপতি জন কেনেডীৰ সাহচৰ্য্যও লাভ কৰিছিল। এক কথাত ক'বলৈ গ'লে মেৰিলিনৰ সৈতে ৰাষ্ট্ৰপতি কেনেডীৰ শাৰীৰিক সম্পৰ্কও আছিল। এই ক্ষেত্ৰত মেৰিলিন আৰু কেনেডীৰ সম্পৰ্কৰ যোগাযোগ ৰক্ষাকাৰী ব্যক্তিজন আছিল ভায়েক ৰবাৰ্ট কেনেডী। অৱশ্যে জনপ্ৰিয় গায়ক ফ্ৰেঙ্ক ছিনাত্ৰা আৰু কেনেডীৰ ভনী জোৱাঁয়েক পিটাৰ লা ফোৰ্ডৰ জৰিয়তেও দুয়ো যোগাযোগ ৰক্ষা কৰিছিল বুলি "দ্য চিক্ৰেট লাইফ অৱ মেৰিলিন মনৰো"ত উল্লেখ কৰা হৈছে।

কিতাপখনত উল্লেখ কৰামতে কেনেডী পত্নী জেকুইলিনে কেনেডী মেৰিলিন সম্পৰ্কৰ কথা ভালদৰেই জানিছিল যদিও সুন্দৰী যুৱতীৰ প্ৰতি থকা কেনেডীৰ আসক্তিৰ বাবেই জেকুলিন কেনেডীয়ে স্বামীক বাধা দিয়াৰ প্ৰয়াস কৰা নাছিল। জানোচা সাধাৰণ তিৰোতাৰ দৰে সুন্দৰী গাভৰুৰ সঙ্গৰ পৰা স্বামীক বিৰত কৰিবলৈ গৈ নিজে অপদস্থ হ'বলগীয়া হয়। কেনেডী মেৰিলিন সম্পৰ্ক পূৰ্ণ গতিত চলি থকাৰ সময়তে এদিন পুৱা জেকুইলিনে এজোৰ অন্তৰ্বাস কেনেডীৰ

হাতত গোটাই দি তেওঁৰ জোখতকৈ ডাঙৰ সেই জোৰৰ গৰাকী আন কোনোবাহে বুলি সেয়ানো কোনে জানিব খোজাৰ কথা এন্থনী ছামাৰছৰ কিতাপত উল্লেখ কৰা হৈছে। .

কিতাপখনত উল্লেখ থকামতে কেনেডী-মেৰিলিন সম্পৰ্কৰ বিষয়ত আমেৰিকাৰ চোৰাংচোৱা সংস্থা 'ফেডাৰেল ব্যুৰো অৱ ইণ্টেলিজেঞ্চ'ৰ তদানিন্তন মূৰব্বী জে. এডগাৰ হুভাৰে কেনেডীক কেইবা বাৰো সতৰ্ক কৰি দিছিল। মেৰিলিনৰ সৈতে সেই সময়ৰ দুদ্ধৰ্ষ মাফিয়া নেতা গিয়ানকানাৰ ঘনিষ্ঠ সম্পৰ্ক থকাৰ কথা হুভাৰে জানিছিল আৰু হুভাৰে আশঙ্কা কৰা মতে কেনেডীৰ লগত থকা মেৰিলিনৰ সম্পৰ্কৰ সুযোগত গিয়ানকানাই হোৱাইট হাউচৰ সকলো কথা গম পাইছিল। মেৰিলিনৰ প্ৰভাৱ খটুৱায়েই মাফিয়া নেতা গিয়ানকানাই হোৱাইট হাউচৰ জৰিয়তে নিজৰ উদ্দেশ্য সাধন কৰিব খুজিছিল বুলি হুভাৰে সন্দেহ কৰি তাৰ পৰিণাম সম্পৰ্কত কেনেডীক সাৱধান কৰি দিছিল। ফেডাৰেল ব্যুৰো অৱ ইণ্টেলিজেঞ্চৰ মূৰব্বী গৰাকীৰ পৰা সাৱধানবাণী শুনাৰ পিছত জন কেনেডীয়ে মেৰিলিনৰ লগত সম্পৰ্ক ছিন্ন কৰে আৰু সেই কথা জানিবলৈ ভায়েক ৰবাৰ্টক মেৰিলিনৰ ওচৰলৈ পঠিয়ায়।

অৱশ্যে কেৱল এই কথাৰ ওপৰত ভিত্তি কৰিয়েই যে মেৰিলিনৰ মৃত্যুৰ লগত কেনেডীৰ নাম জড়িত কৰা হৈছে এনে নহয়, এনে কিছুমান কথাৰ সৈতে কেনেডী ভাতৃদ্বয় জড়িত হৈ আছে যে মেৰিলিনৰ মৃত্যু সন্দৰ্ভত তেওঁলোক কোনোমতেই সন্দেহমুক্ত নহয়। তাৰ ভিতৰত প্ৰথমটো হ'ল — মেৰিলিনৰ মৃত্যুৰ আগে আগে ৰবাৰ্ট কেনেডীয়েই শেষবাৰৰ বাবে মেৰিলিনৰ ওচৰলৈ আহিছিল জন-মেৰিলিন সম্পৰ্কৰ সমাপ্তিৰ কথা জনোৱাৰ উদ্দেশ্য।

দ্বিতীয়তে, মৃত্যুৰ আগে আগে টেলিফোনৰ যিটো নম্বৰ মেৰিলিনে ডায়াল কৰিছিল সেই নম্বৰটো আছিল হোৱাইট হাউচৰে এটা টেলিফোনৰ নম্বৰ। উক্ত নম্বৰটো লিখা কাগজ টুকুৰা মেৰিলিনৰ টেলিফোনৰ কাষত পৰি থকা তদন্তকাৰী বিষয়াবৰ্গয়ো দেখিছিল। কিন্তু পিছত কাগজ টুকুৰা এণ্টৰ্নী জেনেৰেল ৰবাৰ্ট কেনেডীৰ তৎপৰতাত আঁতৰাই পেলোৱা হয়।

তৃতীয়তে, মেৰিলিনৰ মৃত্যুৰ বাতৰি পাঁচঘণ্টা পলমকৈ ৰাজহুৱা ভাবে প্ৰকাশ কৰা হয়। প্ৰকৃততে হোৱাইট হাউচৰ ফালৰ পৰা এই বিষয়ত পুলিচ বিভাগলৈ কাঢ়া নিৰ্দেশ দিয়া হৈছিল যাতে হোৱাইট হাউচৰ অনুমতি পালেহে

পুলিচ বিভাগে অভিনেত্ৰী গৰাকীৰ মৃত্যুৰ কথা ঘোষণা কৰে। অভিনেত্ৰী গৰাকীৰ মৃত্যুৰ কথা ঘোষণা কৰাৰ সন্দৰ্ভত হোৱাইট হাউচে কিয় ইমান সতৰ্ক হ'বলগীয়া হয় সি স্বাভাৱিকতে প্ৰশ্নৰ বিষয়।

চতুৰ্থতে, মেৰিলিনৰ মৃত্যুৰ অনুসন্ধান চলোৱাৰ বাবে ৰাষ্ট্ৰপতি কেনেডীয়ে যে অনুসন্ধানকাৰী বিষয়াৰ দল নিয়োগ কৰিছিল তেওঁলোকে অভিনেত্ৰী গৰাকীৰ ব্যক্তিগত চিঠি পত্ৰ আনকি ডায়েৰী পৰ্য্যন্তও জাল কৰে। মেৰিলিনৰ বাসভৱনৰ এলাকাৰ ওপৰত উক্ত অনুসন্ধানকাৰী বিষয়া দলৰ কৰ্তৃত্ব নথকা সত্ত্বেও কেনেডীৰ প্ৰভাবতেই তেওঁলোকক উক্ত ঘটনাৰ অনুসন্ধানৰ দায়িত্ব দিয়া হয়।

পঞ্চমতে, অচেতন অৱস্থাত অভিনেত্ৰীগৰাকীক চিকিৎসালয়লৈ লৈ যোৱা এম্বুলেঞ্চখনক হোৱাইট হাউচৰ উচ্চ বিষয়ববীয়াৰ এটা দলে যথেষ্ট বাধা প্ৰদান কৰে। ফলত বহু পলমকৈহে তেওঁক চিকিৎসালয়লৈ নিব পৰা হয়।

ষষ্ঠ আৰু সৰ্বশেষ যিটো কাৰণত মেৰিলিন মৃত্যু ৰহস্যৰ সতে কেনেডী ভাতৃদ্বয়ৰ নাম জড়িত হৈ পৰিল সেয়া হ'ল ঘটনাৰ কেইঘণ্টা মান পিছতেই এখন ব্যক্তিগত হেলিকপ্তাৰত কেনেডী কেইদিনমানৰ বাবে কোনো এডোখৰ অজ্ঞাত ঠাইলৈ অন্তৰ্দ্ধান হৈ যোৱাটো। যি ক্ষেত্ৰত ৰাষ্ট্ৰপতিৰ বায়ু সেনাবাহিনীৰ বিমানকে ধৰি সকলো চৰকাৰী বিমান আৰু হেলিকপ্তাৰ ব্যৱহাৰ কৰিব পৰাৰ কৰ্তৃত্ব কেনেডীৰ পূৰামাত্ৰাই আছিল সেই ক্ষেত্ৰত কিয় তেওঁ নিজে হেলিকপ্তাৰ চলাই অজ্ঞাতনামা ঠাইলৈ আঁতৰি যাবলগীয়া হয় সি ৰহস্যৰ বিষয়।

এম্থনী ছামাৰছৰ কিতাপখনত উল্লেখ কৰা মতে জন কেনেডী আৰু জেকুইলিন কেনেডীৰ মাজৰ ভিতৰুৱা সম্পৰ্ক ভাল নাছিল। মেৰিলিনে দুয়োৰে মাজৰ মানসিক বৈষম্যৰ কথা ভালদৰেই জানিছিল আৰু সেয়ে এটা সময়ত মেৰিলিনে জন কেনেডীৰ সৈতে বিবাহ পাশত আৱদ্ধ হোৱাৰ কথা চিন্তা কৰিছিল। কেনেডী-মেৰিলিনৰ মাজৰ সম্পৰ্কই জেকুইলিনক মানসিকভাবে বিপৰ্য্যস্ত কৰি তুলিছিল; যদিও ৰাষ্ট্ৰপতিৰ পত্নীৰ আসনৰ পৰা এই ক্ষেত্ৰত কিবা কৰাৰ সামৰ্থ্য তেওঁৰ নাছিল। জেকুইলিনৰ নিজৰ ভাষাতে "I'm jnst a moth on a window pane" আৰু "a fish in a bowl with all the fish out side" একো একোবাৰ জেকুইলিনে মেৰিলিনৰ প্ৰসঙ্গত White House dog বুলি পোনপটীয়াকৈয়ে মন্তব্য কৰিছে।

মেৰিলিন সাধাৰণ যৌন আবেদনময়ী নাৰী নাছিল। যশ খ্যাতি প্ৰতিভাৰে মেৰিলিন আছিল অনন্যা। বে'ছবল অধিনায়ক জোডি মেগিঅ' অথবা লিখক আৰ্থাৰ মিলাৰৰ লগত হোৱা বৈবাহিক সম্পৰ্কই মেৰিলিনৰ বাবে সুখ্যাতি কঢ়িয়াই আনিছিল যদিও তেওঁ তাতেই সন্তুষ্ট হোৱা নাছিল। তেওঁ খ্যাতিৰ চূড়ান্ত শিখৰত আৰোহণ কৰিব বিচাৰিছিল আৰু তাতেই তেওঁৰ ভুলটো হ'ল। মেৰিলিনে এইকথা ভাবি চোৱা নাছিল যে শাৰীৰিক-মানসিক অবসাদৰ পৰা ক্ষণিকৰ মুক্তি বিচাৰি আমেৰিকাৰ ৰাষ্ট্ৰপতিৰ পদাসীন কোনোৱাই তেওঁক বাহুলগ্ন কৰিলেও কোনো আমেৰিকান ৰাষ্ট্ৰপতিয়েই এগৰাকী হলিউডৰ তাৰকাক বিয়া নকৰায়। কাৰণ সেয়া তেওঁৰ বাবে ৰাজনৈতিক আত্মহত্যাহে হ'লহেঁতেন।

'দ্য চিক্ৰেট লাইফ অৱ মেৰিলিন মনৰো" য়ে আমেৰিকাত আলোড়ন সৃষ্টি কৰিছিল। অৱশ্যে আজি জন কেনেডী আৰু ৰবাৰ্ট কেনেডী নাই। যদিও কেনেডী পৰিয়ালৰ অন্যান্যসকল আছে। এন্থনী ছামাৰছে তেওঁৰ কিতাপত এইবুলি উল্লেখ কৰিছে যে, আমেৰিকাৰ কোনো কোনো মহলে ধাৰণা কৰামতে — কেনেডী বংশক জীয়াই ৰাখিবৰ বাবেহে মেৰিলিনে আত্ম-বলিদান দিবলগীয়া হ'ল।

'Seven years Itch' নামৰ বিখ্যাত ছবিখনত দেখা যায় যে চলন্ত ট্ৰেইনৰ বতাহে মেৰিলিন মনৰোৰে পিন্ধি থকা স্কাৰ্টটোৰ তলৰ ভাগ উৰুৱাই নিছে। মেৰিলিনৰ এই দৃশ্যটো আজিও সজীৱ হৈ আছে মাডাম টুছো যাদুঘৰত।



# এলিজাবেথ টেইলৰ

## ৰূপৰ কাহিনীৰে সুন্দৰ জীৱন

"Beauty is truth-truth is beauty"

সুন্দৰেই সত্য,-সত্যই সুন্দৰ। মানুহ স্বভাৱগত ভাবেই সুন্দৰৰ পূজাৰী। য'ত সৌন্দৰ্য তাতে আনন্দ। সুন্দৰৰ আৰাধনা জীৱনৰ খেল। সকলো ধুনীয়া বস্তুৰে প্ৰাণ আছে' সকলো ধুনীয়া বস্তুৱে মানুহক আকৰ্ষণ কৰি আহিছে যুগে যুগে। সুন্দৰক সকলোৱে ভাল পায়। কালজয়ী নাট্যকাৰ ছেক্সপীয়েৰে এনেয়ে কোৱা-নাই, —

'Beauty helps to create something, to understand anything, to fulfil our senses."

নাৰী ধুনীয়া। সৌন্দৰ্যৰ যাদু কাঠি। নাৰী ভগৱানৰ বিশেষ সৃষ্টি। ৰূপৰ শক্তিৰেই নাৰীয়ে পুৰুষৰ হৃদয় জয় কৰে। শ্বেৰ-শ্বায়েৰীত পোৱা যায়— 'হে নাৰী, তুমি ইমান ৰূপৱতী, ইমান লাৱণ্যময়ী, হৈছা কিয়? এটা দেহত ইমান ৰূপ, এয়া জানো অপৰাধ নহয়। অপৰাধ কেৱল ৰূপৰ পূজাৰীৰ; ৰূপৰ নহয়?

ৰূপ-যৌৱন আৰু প্ৰেম নাৰীৰ মূলধন। নাৰীৰ হৃদয়খনো হেনো কোমলতাৰে ভৰা। নাৰী, প্ৰেমৰ প্ৰতীক। নাৰীৰ প্ৰেমেৰেই সমস্ত জগত জিনি আছে। সৌন্দৰ্য স্পৃহা নাৰীৰ মনৰ — চিৰন্তন বাসনা। প্ৰসাধন আৰু নিজৰ সৌন্দৰ্যৰ কাৰণে নাৰী অধিক আত্মপ্ৰেমী।

'ডি পিকচাৰ অৱ ডৰিয়ান গ্ৰে' — নামৰ উপন্যাসত নাৰীক অস্কাৰ ৱাইল্ডে 'Decorative Sex' বুলি আখ্যা দিছে।

ইকবালৰ ভাষাত —

'দিল্‌বৰি যে কাহিৰি জাদুগৰী আস্ত্'
দিল্‌বৰি যে কাহিৰি পয়গাম্বৰী আস্ত্।।'

অৰ্থাৎ, 'শক্তিহীন সৌন্দৰ্য ভেল্কিবাজী মাত্ৰ, শক্তিমান সৌন্দৰ্য ঈশ্বৰৰ প্ৰতিনিধি।'

## লিজ নাম নহয় এক অনুষ্ঠান ....

'হলিউড ... ।' অন্যান্য সুন্দৰীৰ অনন্যা সুন্দৰ দেশ হলিউড। হলিউডৰ পৃথিৱীখন হ'ল প্ৰেমাৰৰ পৃথিৱী। সুন্দৰী গাভৰুৰ পৃথিৱী। তেজেৰে নহয় হৃদয়েৰে, অস্ত্ৰৰে নহয় ৰূপেৰে সমস্ত পৃথিৱীৰ মানুহৰ হৃদয়ৰ মাজত সোমাই যোৱা হলিউডৰ এক স্বনামধন্য মোহময়ী সুন্দৰী অভিনেত্ৰী হ'ল 'এলিজাবেথ টেইলৰ'। চমুকৈ 'লিজ'। লিজ হ'ল সৌন্দৰ্যৰ অধিষ্ঠাত্ৰী দেৱী, আধুনিক কালৰ প্ৰেমাৰ জগতৰ এটা ভোটাতৰা। ভগৱানে যাক দিয়ে হৃদয় উজাৰি দিয়ে। এইগৰাকী মহিলা ইমানেই ধুনীয়া যে তেওঁক বিশ্বৰ বিস্ময় বুলি কোৱা হয়। কি অদ্ভুত সৌন্দৰ্য....।

অভিনয়ৰ ছন্দে ছন্দে হলিউড তথা বিশ্ববাসীক কঁপাই তোলা লিজ টেইলৰ কেৱল মোহময়ীয়ে নহয় প্ৰতিভাময়ীও।

১৯৯৫ চনত আমেৰিকাত এলিজাবেথক অভিনৱভাৱে সন্মানিত কৰা হয়। ফুলপ্ৰেমী এলিজাবেথৰ নামানুসৰি এটি সুন্দৰ জাতৰ গোলাপক নামকৰণ কৰা হয় 'লিজ ৰোজ'। লিজ, দৰাচলতে এটি মাত্ৰ নাম নহয় এক অনুষ্ঠান।

## লিজঃ এক জীৱন্ত ভেনাচ ....

যৌৱন মানেই এছাটি ধুমুহা বতাহ। এটা গভীৰ স্বপ্ন। যৌৱন মানেই যেন 'লিজ টেইলৰ'। অসাধাৰণ সুন্দৰী; লাস্যময়ী, চিৰযৌৱনা, প্ৰাণচঞ্চল, সদ্য স্নাতা, সদ্য প্ৰস্ফুটিত ফুলৰ দৰে সজীৱ লিজ মানেই যেন সৌন্দৰ্যৰ শেষ সংজ্ঞা। যাক কোৱা হয় 'হলিউডৰ হৃদয়'। বহুতো 'হেণ্ডচাম' পুৰুষৰ হৃদয় হৰণ কৰা সোণালী চুলিৰ অধিকাৰী লিজ আধুনিক 'ক্লিওপেট্ৰা' নামেৰে জনাজাত। গোসাঁনীৰ মুখৰ দৰে সাজত কটা মুখ, সোণালী ৰেশমী চুলি, পীনোন্নত বক্ষ, উন্নত চৰ্বীহীন ঋজু শৰীৰটোত বহুতো পুৰুষৰ দাবী। শৰীৰত যৌৱনৰ ঢল। সুন্দৰ শৰীৰ এটাৰ অধিকাৰী হ'বলৈ সকলোৱে হেঁপাহ কৰে; অৱশ্যে তাত নিশ্চয় শ্লীল থাকিব লাগিব। কবি-সাহিত্যিকৰ ভাষাত এলিজাবেথ টেইলৰ এটা তজবজীয়া জীৱন্ত কবিতা। লিজ এক জীৱন্ত 'ভেনাচ'।

হাফিজৰ সেই বিখ্যাত পংক্তিৰে ক'ব পাৰি, 'চিৰাজৰ সেই মনহাৰিণী ৰূপহীয়ে যদি এবাৰ মোৰ হিয়াৰ কাষত ধৰা দিলেহেঁতেন, তেওঁৰ গালৰ এটা

ত্তিলৰ কাৰণে মই বিলাই দিলোহেঁতেন হিন্দুস্তান, চমৰখন্দ, বোখৰা পাৰস্যৰ সকলো ৰাজ্য-সাম্ৰাজ্য।'

## এটি দেৱশিশু পৃথিৱীলৈ নামি আহিল

১৯৩২ চনৰ ২৭ ফেব্ৰুৱাৰীৰ দিনা লণ্ডনৰ এগৰাকী সৌভাগ্যবান মাতৃৰ ১০ মাহ ১০ দিন কঠোৰ দুখ-কষ্টৰ বিনিময়ত এটি দেৱশিশু পৃথিৱীৰ বুকুলৈ নামি আহিছিল। সৃষ্টিত যন্ত্ৰণা থাকে। কিন্তু সৃষ্টিৰ সুখ দেখি সেই যন্ত্ৰণা পলাই ফাট মাৰে। মিল্টনৰ 'পেৰেডাইজ লষ্ট'ত পোৱা যায় যে জ্ঞান বৃক্ষৰ গুটি খোৱা কাৰণে ঈশ্বৰৰ পুত্ৰ যীশুৱে নাৰীক অভিশাপ দিছিল এইদৰে, 'নাৰীয়ে গৰ্ভ ধাৰণৰ কষ্ট সহ্য কৰি সন্তান জন্মদিব আৰু সদায় পুৰুষৰ অধীনত থাকিব লাগিব।' মানৱ জাতিৰ আদি মাতৃ ইভে জ্ঞান বৃক্ষৰ গুটি নোখোৱা হ'লে হয়তো সৃষ্টিত যন্ত্ৰণা নাথাকিলহেঁতেন।

যি কি নহওক মাতৃগৰাকীৰে সেই শিশুটি বিশ্বৰ কোটি কোটি মানুহৰ মাজত বিজুলীৰ দৰে উজ্জ্বলি উঠিল। দুচকুত অসীম সাগৰৰ দুচামুচ নীলাৰ অধিকাৰী সেই শিশুটিয়েই হ'ল অভিনয়, দৈহিক সৌন্দৰ্যৰে বিশ্ববাসীক চমক লগোৱা 'এলিজাবেথ টেইলৰ' ওৰফে 'লিজ'। পোন্ধৰটা বসন্ত অতিক্ৰম কৰি ছোৱালী গৰাকী যৌৱনৰ পৰশত ধুনীয়া হৈ পৰিল। বহুতৰ ধাৰণা লিজৰ মোহিনী শক্তিৰ আঁৰত আছে সম্মোহিনী যাদুৰ দণ্ড। যিয়ে লিজৰ ফালে এবাৰ চাই তেওঁৰ দুচকু লিজৰ ওচৰত আঠা লাগি ধৰে। বিশ্বৰ বিখ্যাত বিখ্যাত মানুহেও লিজৰ ওচৰত এবাৰ ৰ'বলৈ পালে বা লিজৰ মসৃণ ত্বকৰ স্পৰ্শ পালে নিজকে ধন্য মানিছিল। যৌৱন আৰু প্ৰেমৰ যাদুত মতলীয়া লিজ টেইলৰ।

### লিজৰ প্ৰেম অগস্ত্য মুনিৰ যাত্ৰা ....

জীৱনৰ উচ্চ শিখৰত উপনীত হোৱা হলিউডৰ সম্ৰাজ্ঞী গৰাকীৰ জীৱন বৈচিত্ৰ্যতাৰে ভৰা। প্ৰেম আৰু সুখৰ সন্ধানত নামি লিজে দেহৰ পোছাকৰ দৰে ইজনৰ পাছত সিজন পুৰুষক সলনি কৰিছিল। কিন্তু কোনেও তেওঁক সন্তুষ্ট কৰিব

নোৱাৰিছিল। হয়তো তেওঁ বিচৰা মতে নাপাইছিল প্ৰকৃত প্ৰেম আৰু সুখ। কেইবাবাৰো বিবাহ পাশত আবদ্ধ হোৱা সত্ত্বেও তেওঁ সুখৰ সংসাৰ গঢ়ি তুলিব নোৱাৰিছিল। বিশ্বৰ বহু নামী-দামী পুৰুষক যৌৱনৰ উত্তাল ছন্দৰে মন-প্ৰাণ হৰি নিয়া লিজক বহুতে সমকামী আখ্যা দিয়ে। সমকামী হোৱাৰ বাবেই লিজৰ প্ৰেম প্ৰণয় বিয়া আদি স্থায়ী হৈ নাথাকে বুলি বহুতে মন্তব্য কৰে।

## লিজৰ প্ৰথম প্ৰেম

১৯৪৯ চনৰ আমেজ ভৰা এটি সুন্দৰ সন্ধ্যা। লিজ তেতিয়া ১৮ বছৰীয়া যৌৱনোচ্ছল গাভৰু। দুচকুত প্ৰেমৰ মিঠা মিঠা আমনি। বুকুৰ ভিতৰত প্ৰেম কুমটীৰ মৃদু মৃদু কামোৰণি। দেহত সাতটা সূৰ্যৰ উত্তাপ। কল্পনাই পাৰ ভাঙিব খোজা অদমনীয় যৌৱন। ওঁঠত হাজাৰজন হেণ্ডচাম ডেকাক পাগল কৰিব পৰা পাহাৰীয়া জুৰিৰ দৰে হাঁহিৰ খলকনি। সেই সময়তে লিজৰ যৌৱনৰ ছাঁতে জিৰণি ল'লেহি প্ৰেম নামৰ এটি মিঠা আমেজে। সেই বয়সত সাধাৰণতে গাভৰু মনে কোনো পাহোৱাল ডেকালৈ দৃষ্টি নিক্ষেপ কৰাটো সাধাৰণ কথা। সুন্দৰী ৰাণী লিজৰ কাষ চাপি আহিল ২৪ বছৰীয়া অভিজাত, সুদৰ্শন যুৱক 'নিকি'। সম্পূৰ্ণ নাম 'কনৰাড নিকি হিলটন'। নিকিৰ সৈতে লিজৰ চকুৰ মিলন হ'ল। চকুৰ মিলনে হৃদয় মিলনৰ বাট মুকলি কৰিলে। নিকিয়ে তাইৰ হৃদয়ত টুকুৰিয়াই গ'ল। লিজৰ হৃদয়ত অজানিতে কম্পনৰ ঢৌ খেলাই গ'ল। পৰস্পৰৰ হৃদয়ত প্ৰেমে পাহি মেলিলে। লিজে যেন অৱলম্বন বিচাৰি পালে।

বিৰিখৰ অবিহনে লতা সদায় অস্থিৰ । নাৰী জাতি লতা সদৃশ। বগাবলৈ গছ বিচাৰে। পৌৰাণিক প্ৰৱচন আছে, যে—

'পিতা ৰক্ষতি কৌমাৰে, ভাতা ৰক্ষতি যৌৱনে।
পুত্ৰ ৰক্ষতি বাৰ্দ্ধক্যে নস্ত্ৰী স্বতন্ত্ৰা মইতি।

অৰ্থাৎ, 'কুমাৰী অৱস্থাত নাৰীক ৰক্ষা কৰে পিতাকে, যৌৱনাৱস্থাত স্বামীয়ে আৰু বৃদ্ধাৱস্থাত পুত্ৰই।'

'বিনাশ্ৰয়ং ন তিষ্ঠেযুঃ পণিতা বণিতা লতাঃ।।'

অৰ্থাৎ 'নাৰী কাৰো আশ্ৰয়ৰ অবিহনে জীয়াই থাকিব নোৱাৰে।'

## লিজৰ বিবাহৰ জোৱাৰ

লিজৰ পক্ষে বিবাহ আছিল এক আধৰুৱা দস্তাবেজ। ১৯৫০ চনৰ ৬ মে'ত লিজ আৰু নিকিয়ে দাম্পত্য জীৱনত ভৰি দিলে 'বিবাহ' নামৰ এটি কম্প্ৰমাইজৰ মাজেৰে। প্ৰিয়জনক কাষতে পাই লিজ সুখী। সেই সময়ত লিজে অনুভৱ কৰিলে তেঁৱেই যেন পৃথিৱীৰ আটাইতকৈ সুখী ব্যক্তি। মাকৰ ডিঙিত সাবটি লিজে কৈছিল 'মা, নিকি আৰু মই এতিয়া এক। আমি একেলগে থাকিম। চিৰদিনৰ বাবে চিৰকালৰ বাবে।'

কিন্তু নিকি আৰু লিজৰ দাম্পত্য জীৱন চিৰদিনৰ, চিৰকালৰ নহ'ল। যিমান স্বপ্ন আৰু আশাক লৈ লিজৰ বিবাহ কাৰ্য সম্পন্ন হৈছিল সিমান দুঃস্বপ্ন আৰু হতাশাৰে আদৰিব লগা হৈছিল বিচ্ছেদক। দুয়োৰে যুগ্মজীৱন এটা বছৰো স্থায়ী নহ'ল। মাত্ৰ আধা মাহতে পৰস্পৰৰ যুৰীয়া জীৱনলৈ আঁউসীৰ ঘোৰ অন্ধকাৰ নামি আহিল। চৰম তিক্ততাত পৰস্পৰে পৰস্পৰক দোষাৰোপ কৰি আঁতৰি গ'ল। লিজৰ অভিযোগ হ'ল— 'নিকিয়ে হেনো তেওঁক শাৰীৰিকভাৱে অত্যাচাৰ কৰিছিল। নিকি হেনো অসভ্য। হনিমুনৰ বাবে ইউৰোপলৈ যাবৰ বেলিকা নিকিয়ে হেনো লিজ আৰু মাতৃক বেয়া ধৰণে গালি-শপনি পাৰিছিল।'

আনহাতে লিজৰ ব্যৱহাৰত নিকিও অসন্তুষ্ট। নিকিৰ ভাষাৰে —

'মই বিচাৰিছিলো, এগৰাকী মহিলাক বিয়া কৰাই সুখী হ'বলৈ। স্বপ্ন আছিল সুন্দৰকৈ সংসাৰ পতাৰ। কিন্তু লিজক বিয়া কৰাই দেখিলো, তেওঁতো কেৱল এগৰাকী মহিলা নহয়, তেওঁ এটা প্ৰতিষ্ঠান যাৰ কেউকাষে অজস্ৰ মানুহৰ ভিৰ। যেতিয়াই তেওঁৰ লগত নিৰিবিলিকৈ এষাৰ কথা পাতিবলৈ গৈছে তেতিয়াই দেখিছো অবাঞ্চিত মানুহবোৰে তেওঁক আৱৰি ৰাখিছে। এইদৰে কি কাৰো লগত ঘৰ পতা যায়?'

এইদৰে পৰস্পৰে পৰস্পৰক সন্তুষ্ট কৰিব নোৱাৰিলে। দুৰ্ভাগ্যবশতঃ লিজৰ প্ৰথম প্ৰেমৰ পৰিসমাপ্তি ঘটিল এটা বিচ্ছেদৰ বেদনাৰ চক্ৰবেহুৰ মাজত।

*'Love is beautiful*
*Sometimes painful.'*

প্ৰেম স্বৰ্গীয়! তথাপি প্ৰেম কেতিয়াবা দুখজনক। প্ৰেমত কেতিয়াবা বিচ্ছেদ, মোকৰ্দ্দমা, তালাক আদি হোৱা দেখা যায়।

নিকিৰ স্মৃতি লিজে অন্তৰৰ পৰা মচি পেলালে। ইতিমধ্যে লিজ এটা নাম হৈ থকা নাই। লিজ পৰ্যবসিত হৈ পৰিলে এটি মঞ্চলৈ। যৌৱন থাকিলে আমনি আছেই,.ই চিৰসত্য, চিৰশাশ্বত। লিজ হৈ পৰিলে প্ৰেম প্ৰণয়ৰ সঁফুৰা।

নিকিৰ পাছত লিজৰ পৰিচয় হয় মাইকেল উইল্ডিঙৰ লগত। মাইকেল উইল্ডিং হ'ল এজন অভিনেতা। 'ইভানহো' নামৰ চিনেমাখন কৰোতে দুয়োৰে মাজত চিনাকিৰ সূত্ৰপাত হয়। মন আৰু দেহৰ শূন্যতা দূৰ্ কৰিবলৈ লিজে মাইকেলক সাৱটি ধৰিলে। মাইকেল আছিল লিজতকৈ দুগুণ বয়সৰ। ১৯৫২ চনৰ ২১ ফেব্ৰুৱাৰীৰ দিনা লণ্ডনৰ মেৰেজ ৰেজিষ্টৰী ঘৰত দুয়োৰে বিবাহ কাৰ্য সম্পন্ন হয়। এইখন বিয়া পাঁচ বছৰ কাল স্থায়ী হৈছিল। এইবাৰ লিজৰ মাতৃ হোৱাৰ সৌভাগ্যও হৈছিল। মাইকেলৰ ফালৰ পৰা লিজৰ দুটি সন্তানো জন্ম হৈছিল। কিন্তু মাইকেলৰ লগতো লিজ সুখী হ'ব পৰা নাছিল। পৰস্পৰৰ বন্ধু বৰ্গৰ ওচৰত পৰস্পৰে জীৱনৰ চৰম সত্যক নিৰ্মমভাৱে স্বীকাৰ কৰিলে—

'নহয়, আমি মুঠেই সুখী নহয়।'

মাইকেলৰ সৈতে এৰা এৰি হোৱাৰ সুদীৰ্ঘ পাঁচ বছৰ পিছত ১৯৫৭ চনৰ ২ ফেব্ৰুৱাৰীত লিজ মাইক টোড' নামৰ এজন ২৪ বছৰীয়া যুৱকৰ লগত বিয়াত সোমায়। মাইক টোড সেই সময়ত এটা সন্তানৰ পিতৃ। এইখন বিয়াৰ পাছতেই বোধকৰো লিজৰ জ্ঞানচকু মেল খায়। তেওঁ ৰূপ যৌৱনৰ বিষয়ে নতুনকৈ ভাবিবলৈ ল'লে। পুনৰ শৰীৰৰ চৰ্চাত লাগিল লিজ। মাইক টোডক পাই লিজ সুখী। নিজৰ ভাষাৰে —

'মাইকৰ লগত জীৱনত কেতিয়াও বিস্বাদ নাহে। তেওঁৰ লগত বিবাহৰ অৰ্থই হ'ল হাঁহি, গান আৰু আনন্দত উটি-ভাঁহি যোৱাটো।

দুয়োৰো মনত অপাৰ আনন্দ। পৰস্পৰৰ মিলনৰ স্বাক্ষৰ স্বৰূপে এটি কন্যা সন্তানৰ জন্ম হৈছিল। মৰমৰ স্বামী মাইক আৰু সন্তান লিজাক পাই লিজৰ সৰু হিয়াখনিত আনন্দ থ'বলৈ ঠাই নহৈছিল।

সৌন্দৰ্যৰ ক্ষেত্ৰত লিজা আছিল লিজতকৈ যেন এখাপ ওপৰত। মাইকৰ ভাষাৰে—

'সৌন্দৰ্যৰ ফালৰ পৰা লিজা মাকতকৈ কোটিগুণ ওপৰত।' — কিন্তু দুখৰ কথা যে লিজাৰ আয়ুস মাত্ৰ সাত মাহহে আৰু লিজ-মাইকৰ যুৱীয়া জীৱনৰ

আয়ুসো বেছি নাছিল। ১৯৫৮ চনৰ এক বিমান দুৰ্ঘটনাত স্বামী মাইক টোড আৰু জী লিজা টোডৰ মৃত্যু হয়। মাত্ৰ সৌভাগ্যবশতঃ বাচি যায় কোটিজনৰ নয়নৰ মণি লিজ টেইলৰ। এইবাৰৰ কাৰণে লিজ বিধৱা হয়।

বিধৱা হৈয়ো লিজৰ পুনৰ বিয়া কৰোৱাৰ উদ্যম হেৰাই যোৱা নাছিল। স্বামী টোডৰ মৃত্যুৰ পাছতে লিজৰ ওচৰলৈ আগুৱাই আহিল অভিনেতা 'এডি ফিশ্বাৰ'। এডি ফিশ্বাৰ আছিল মৃত স্বামী মাইক টোডৰ বন্ধু। ১৯৫৯ চনত দুয়োৰে বিয়া হৈ যায়। আনহাতে, এডি আছিল বিবাহিত। তেওঁৰ স্ত্ৰী আছিল অভিনেত্ৰী ডেবি ৰেনল্ডস। লিজৰ সৈতে বিয়া হোৱাৰ দিনাই এডি আৰু ডেবিৰ ডিভোৰ্চ হৈছিল। বিয়াৰ পাছতে লিজ দীৰ্ঘ তিনিবছৰ ধৰি মাৰাত্মক অসুখত ভুগিছিল। ফলত এডি আৰু লিজৰ ভালপোৱাৰ গভীৰতা কমি আহে। ১৯৬২ চনৰ গ্ৰীষ্মৰ এটি সন্ধ্যা লিজ আৰু এডিৰ মাজত বাদানুবাদ লাগে। ১৯৬৪ চনত লিজে এডি ফিশ্বাৰক ডিভোৰ্চ কৰে।

## লিজ মানেই ক্লিউপেট্ৰা

ইতিহাস সৌন্দৰ্যৰ অন্যতম প্ৰতীক ক্লিউপেট্ৰা। ইজিপ্তৰ ৰাণী ক্লিউপেট্ৰাৰ সৌন্দৰ্য আছিল দেশ শাসনৰ মূল ভেটি। সৌন্দৰ্যৰ বলতে তেওঁ যিকোনো পুৰুষকে ভৃত্যৰ দৰে ৰাখিছিল। ক্লিউপেট্ৰাই জীৱন কালত দহ হেজাৰো অধিক পুৰুষৰ লগত সম্পৰ্ক ৰাখিছিল। ৰোমৰ জুলিয়াচ চিজাৰক প্ৰথম চিনাকিতে আকৰ্ষিত কৰিবলৈ তেওঁ নিজে এখন পাকখোৱা কাৰ্পেটত সোমাই ঘূৰি বাগৰি বাগৰি চিজাৰৰ ভৰিৰ ওচৰত কাৰ্পেটৰ পৰা নিজকে মুক্ত কৰি দেখুৱাইছিল আৰু নিজকে সম্ৰাটক সমৰ্পণ কৰিছিল। সম্ৰাট চিজাৰে সৌন্দৰ্যৰ ওচৰত পৰাজয় স্বীকাৰ কৰি ক্লিউপেট্ৰাৰ এটা মূৰ্তি দেৱী ভেনাচৰ সলনি মন্দিৰত স্থাপন কৰিছিল।'

লিজ আছিল ক্লিউপেট্ৰাৰে এটা দ্বিতীয় সংস্কৰণ। অৰ্থাৎ আধুনিক ক্লিউপেট্ৰা। ক্লিউপেট্ৰা ছবিৰ শ্বুটিং চলি থকাৰ সময়ত লিজ আন এজন পুৰুষৰ সান্নিধ্যলৈ আহিছিল। সেইজন প্ৰেমিকৰ নাম আছিল 'ৰিচাৰ্ড বাৰ্টন'। প্ৰথম সাক্ষাৎতে লিজ তেওঁৰ প্ৰেমত পৰিল। বাৰ্টনক লিজে ভাল পাই পেলালে কিশোৰী প্ৰেমিকাৰ দৰে উদ্দামভাৱে। মছগুল বাৰ্টনো। পৰস্পৰৰ মাজত গভীৰ প্ৰেম হৈ যায়। লিজৰ জীৱনত তেৱেঁই সৰ্বশ্ৰেষ্ঠ পুৰুষ বুলি লিজে নিজেই ক'ব

বিচাৰে। লিজ যেন আকাশৰ চন্দ্ৰহে যাক চাব পাৰি স্পৰ্শ কৰিব নোৱাৰি, ভাল পাব পাৰি, পাব নোৱাৰি।

১৯৬৪ চনত লিজ আৰু ৰিচাৰ্ডৰ বিয়া উৎসৱ সমাধা হয় এখন বিখ্যাত হোটেলত। বাৰ্টনে লিজক এটা হীৰাৰ আঙঠি উপহাৰ দিয়ে। দাম্পত্য জীৱনত দুয়ো সুখী। চাৰিজন স্বামীৰ অপূৰ্ণতাখিনি লিজে বিচাৰি পালে বাৰ্টনৰ হিয়াৰ মাজত। বাৰ্টনক লিজে পাগলীৰ দৰে ভাল পাই সেয়ে বাৰ্টনক প্ৰায়ে সাবটি লিজে কয় সেই বাক্যটি — 'আই লাভ ইউ'।

পৰস্পৰে মাৰিয়া নামৰ কেওঁ কিছু নোহোৱা ছোৱালী এজনীক তোলনীয়া জী হিচাপে গ্ৰহণ কৰে। কিন্তু লিজৰ জীৱনত দাম্পত্যৰ জীৱনৰ সুখ বেছি দিনলৈ লেখা নাছিল। কম সময়ৰ ভিতৰতে ১৯৭৪ চনত দুয়োৰে বিবাহ বিচ্ছেদ হয়।

বাৰ্টনৰ প্ৰতি লিজৰ আকৰ্ষণ পখিলা আৰু ফুলৰ দৰেই আছিল। বাৰ্টনৰ পুৰুষত্বৰ পৰা লিজ মোহমুক্ত হ'ব পৰা নাছিল। বিচ্ছেদৰ পাছতো লিজে কৈছিল, — আমি দুয়োজনে ইজনে সিজনক ভাল পাওঁ। সেয়ে বাৰ্টনৰ লগত লিজৰ পুনৰ বিবাহ হৈছিল। দ্বিতীয়বাৰ বিয়াখন আফ্ৰিকাৰ বট্‌ছনত হৈছিল আৰু আত্মগোপনে হৈছিল। কিন্তু দুখৰ কথা এই বিবাহ আঠ মাহহে স্থায়ী হৈছিল। এইবাৰ সম্পূৰ্ণৰূপে দুয়োৰে বিবাহ বিচ্ছেদ হয়।

বাৰ্টনৰ পিছত লিজৰ জীৱনলৈ প্ৰেমৰ ফুলাম গামোচা লৈ আহে 'জন ৱাৰ্ণাৰ' নামৰ এজন নেভি ছেক্ৰেটাৰী। ১৯৭৬ চনত লিজৰ ৱাৰ্ণাৰ সৈতে বিয়া হয়। ছয় বছৰৰ পাছত এই বিয়াও ভাঙি যায়।১৯৮২ চনত দুয়োৰে বিবাহ-বিচ্ছেদ ঘটে।

লিজৰ আঠ নম্বৰ গৰাকী স্বামীৰ নাম হ'ল 'লেৰি ফ্ৰণ্টেনস্কি'। পৰী গৰাকীৰ জীৱনলৈ ১৯৮৮ চনত আহে লেৰি ফ্ৰণ্টেনস্কি নামৰ সুদৰ্শন যুৱকজন। ১৯৯৮ চনত লেৰিক লিজে যেতিয়া বিয়া পাতিছিল তেতিয়া লিজৰ বয়স আছিল ৬৩ বছৰ। আধুনিক ক্লিউপেট্ৰা বুলি খ্যাত লিজে ৬৩ বছৰ বয়সতো বিবাহ বাহৰত কইনাৰ সাজেৰে থিয় হ'ল আৰু ঘোষণা কৰিলে 'সেই বিয়াই তেওঁৰ শেষ বিয়া।'

## মাইকেল জেক্‌চনক বিয়াৰ প্ৰস্তাৱ

লেৰিৰ স'তে লিজৰ সুখে-সন্তোষে সংসাৰ চলি থাকোতে ১৯৯৭ চনৰ প্ৰথম ভাগত লিজে পপষ্টাৰ মাইকেল জেকচনক বিযাৰ প্ৰস্তাৱ দিছিল। তেওঁ

কৈছিল দুয়ো প্ৰতিভাৱান সংগীত আৰু অভিনয় সম্ৰাট-সাম্ৰাজ্ঞীৰ যদি কোনো সন্তানৰ জন্ম হয় তেন্তে সি সংগীতৰ বিশ্বত জোৱাৰ আনিব। অৱশ্যে ৬৫ বছৰীয়া লিজক বিয়া পাতিব নিবিচাৰিলে প্ৰায় চল্লিছ বছৰীয়া মাইকেল জেকচনে।

বিখ্যাত এই অভিনেত্ৰীগৰাকীয়ে সুখ বিচাৰি আঠবাৰ বিবাহপাশত আৱদ্ধ হৈয়ো সুখ দেখা পোৱা নাছিল। ইজনৰ পাছত সিজন স্বামী সলনি কৰাৰ ফলত তেওঁৰ ব্যক্তিগত জীৱনত যন্ত্ৰণাময় জীৱনৰ ছবি ফুটি উঠিছিল। মুঠ আঠবাৰ বিয়াৰ ভিতৰত তেওঁ চাৰিটা সন্তানৰ মাতৃও হয়। সন্তান কেইগৰাকী হ'ল মাইকেল উইলডিং, ক্ৰিস্টোফাৰ উইলডিং, লিডা টোড আৰু মাৰিয়া বাৰ্টন। বৰ্তমান যৌৱনমতী মাৰিয়াই বেছিভাগ সময় কটায় লিজৰ কাষতেই।

লিজৰ জীৱন চৰ্চাত যিমান ভালপোৱা আছিল সিমানেই আছিল অসুস্থ মানসিকতাও। তেওঁ কয়, 'মই কাৰো মতে নচলো, মই মোৰ মতে চলো।'

বিশ্ববিখ্যাত এই অভিনেত্ৰী গৰাকীয়ে জীৱনত বাৰে বাৰে হোৱা প্ৰেমৰ এই পৰাজয় মানি ল'বলৈ বিচৰা নাছিল। লিজ টেইলৰে জীৱনৰ শেষৰ পিনে টোপনি অহা ঔষধৰ উপৰি, মদ, ড্ৰাগছ আদিৰ মাজত ডুবি বাস্তৱক পাহৰি যাবলৈ বিচাৰিছিল।

বৰ্তমান লিজে নিজৰ উচ্ছৃংখল জীৱনটো থান-থিত লগাইছে। লেৰিৰ মৰমৰ মাজত ডুব গৈ লিজে 'প্লেগাৰ্ল' ইমেজটো শেষ কৰিছে। এৰিছে অতিৰিক্ত মদ্যপানৰ অভ্যাস, শ্লিপিং টেব্‌লেট খোৱাও বাদ দিছে, এতিয়া লেৰিৰ সৈতে লিজ সুখী।

হলিউডৰ জীৱন্ত কিম্বদন্তী চিৰ যৌৱনা স্বৰ্ণ যুগৰ সৃষ্টি বুলি অভিহিত কৰা লিজৰ কোনো ভাষাৰেই ৰূপৰ বৰ্ণনা কৰিব নোৱাৰি। এবাৰ হলিউডৰ এখন প্ৰেক্ষাগৃহত বহুতো লোকৰ সমাগম হৈছিল; কিন্তু এলিজাবেথৰ উপস্থিতিৰ লগে লগে সকলোৱে উত্তাল হৈ চিঞৰি উঠিছিল— 'বাঃ কি অদ্ভুত সৌন্দৰ্য' কি অদ্ভুত প্ৰতিমূৰ্তি।'

কেথিগ্ৰিফিনে লিজক প্ৰশংসা কৰি মন্তব্য দিছিল এনেদৰে —

"লিজ এগৰাকী জীৱন্ত নাট্যৰূপ। সেয়ে তেওঁক চিনেমা জগতৰ পৰা বিদায় জনোৱাত কোনোৱেই আগ্ৰহী নহয়। কিয়নো দৰ্শকৰসকলৰ মাজত তেওঁ আজিও কিংবদন্তী হৈয়ে আছে।"

## লিজৰ অস্কাৰ লাভ

ন বছৰ বয়সতেই লিজে ৰঙীণ পৰ্দাত ভুমুকি মাৰিছিল। জনগণৰ আদৰ পোৱা চিনেমাখন হ'ল 'ডেয়াৰ ইজ ওয়ান বৰ্ণ এভৰি মিনিট'। তাৰপাছত লিজে আৰু পাছলৈ চোৱা নাই। উন্নতিৰ জখলাত এখাপ এখাপকৈ উঠি গৈ থাকিল। তেওঁ অভিনয় কৰা 'নেচনেল ভেলভেট' নামৰ ছবিখনে দৰ্শকৰ মনত দকৈ সাঁচ বহুৱায়। ১৯৬০ চনত 'বাটাৰ ফিল্ড এইট' নামৰ ছবিখন কৰি লিজে 'অস্কাৰ' পুৰস্কাৰ লাভ কৰে। আকৌ সকলোকে অবাক কৰি ১৯৮৮ চনত 'হু ইজ আফ্ৰেড অৱ ভাৰজিনিয়া উলফ' নামৰ ছবিত দ্বিতীয়বাৰৰ বাবে লিজে 'অস্কাৰ' পুৰস্কাৰ লাভ কৰে। লিজৰ জীৱনৰ আলোড়নকাৰী অবিস্মৰণীয় ছবিখন হ'ল 'ক্লিউপেট্ৰা'। সেই সময়তে লিজৰ পাৰিশ্ৰমিক আছিল ১ কোটি টকা। ১৯৯২ চনত লিজে অস্কাৰ বিশেষ সন্মান 'জঁা হাৰচল্ট' হিউমেনি টেৰিয়ান' এৱাৰ্ড পায়।

১৯৯৭ চনৰ প্ৰথম মাহৰ পৰা লিজে পাৰফিউম ব্যৱসায়ত হাত দিছে। তেওঁ কৈছিল তেওঁ সদায় অভিনয় কৰি নাথাকে। তেওঁ ব্যৱসায়ীও হ'ব বিচাৰে। তেওঁৰ কোম্পানীয়ে তৈয়াৰ কৰা 'ব্লেক পাৰ্ল' নামৰ পাৰফিউম এতিয়া বিশ্বৰ আটাইতকৈ দামী পাৰফিউম।

এক অতৃপ্ত নাৰী যেন বোধ হ'লেও অনন্যা লিজ। প্ৰেম-ভালপোৱাৰ বেদনা-আনন্দ লৈ ক্লান্ত লিজ চিৰ যৌৱনা হৈয়ে ৰ'ল। এতিয়াও তেওঁক বয়সে কাবু কৰিব পৰা নাই। সত্তৰৰ ডেওনা পাৰ হোৱা লিজ এতিয়াও কাবুলী বুট খোৱা, কদমত দৌৰা যোঁৰাৰ দৰে তজবজীয়া হৈ আছে। জীৱিত অৱস্থাতে কিংবদন্তী হৈ পৰা লিজৰ তুলনা নাই। সাম্প্ৰতি লিজ যৌৱন সম্পৰ্কে সাংঘাটিক কেয়াৰফুল। নিয়মিয়া প্ৰসাধন, শৰীৰ চৰ্চা, ডায়েট কণ্ট্ৰ'ল, যোগাসন, সাজপাৰ ইত্যাদি দিশত তেওঁ মন আৰু ব'ডি লেংগুৱেজটোৱে চিৰ তৰুণী কৰি ৰাখিছে। এটি নিগ্ৰো কবিতাত পোৱা যায়—

'পপিফুলৰ দৰে তোমাৰ দেহৰ
গাভৰু গোন্ধটোৱে
মোক মাতাল কৰি তুলিছে।'



# মেডোনা

*পুৰুষে প্ৰেম কি বুজে? পুৰুষে নাৰীৰ মনটোক ভালপাওঁ বুলি কয়, কিন্তু নাৰীৰ দেহটোকহে ভাল পায়। নাৰীৰ দেহৰ সৌন্দৰ্য শেষ হ'লে পুৰুষৰো প্ৰেম শেষ হৈ যায়।*

*— **ইচাডোৰা ডানকান***

## ৰহস্যময়ী নাৰী মেডোনা

কুৰি শতিকাৰ কিম্বদন্তীত পৰিণত হোৱা এগৰাকী ৰহস্যময়ী নাৰী হ'ল পপ্ সম্ৰাজ্ঞী মেডোনা। যাক কোৱা হয় যৌনতাৰ অধিষ্ঠাত্ৰী দেৱী 'The most famous woman on the planet ' পপ্ বিশ্বৰ মুকুটবিহীন সম্ৰাজ্ঞী গৰাকীক 'The Daily star' নামৰ কাকতখনে 'বিশ্বৰ আটাইতকৈ তপত সম্পত্তি' বুলি মন্তব্য কৰিছে। যাৰ সৌন্দৰ্য দেখিলে দেৱী ভেনাচৰো ঈৰ্ষা জন্মিব। গোসাঁনীৰ মুখৰ দৰে সাঁচত কটা মুখখনত যেন পৃথিৱীৰ সমস্ত সৌন্দৰ্য লুকাই আছে।

পশ্চিমীয়া সংগীত জগতৰ নিচেই চিনাকি মেডোনাৰ সম্পূৰ্ণ নাম হ'ল — 'মেডোনা লুইচি ভেৰ'নিকা কিক'ন'। জন্ম ১৯৫৯ চনৰ আগষ্ট মাহৰ ১৬ তাৰিখে আমেৰিকাৰ মিচিগানৰ বেই মহানগৰীত। মেডোনাৰ দেউতাক আছিল শ্ৰমিক। পৰিয়ালৰ ছটা সন্তানৰ ভিতৰত মেডোনা হ'ল ডাঙৰ।

সৰুৰে পৰাই মেডোনাৰ নৃত্য গীতৰ প্ৰতি অসাধাৰণ ৰাপ আছিল। ১৭ বছৰ বয়সত তেওঁ নৃত্য-গীত শিকাৰ এক অকৃত্ৰিম হেঁপাহ পুহি নিউইয়ৰ্ক চহৰত ভৰি দিয়ে। দুটা বছৰ তেওঁ অতিবাহিত কৰিলে নিউয়ৰ্কৰ 'পিয়েৰ লেগু' আৰু 'এলভিন এইলি' নামৰ নৃত্য প্ৰতিষ্ঠানত। তাৰ পাছত মেডোনাই ভৰি দিয়ে সংগীত শিল্প জগতৰ তীৰ্থ স্বৰূপ পেৰিছত। পেৰিছৰ ডিস্কো শিল্পী পেট্ৰিকৰ নৃত্য দলত মেডোনাই বহুদিন নৃত্য শিল্পী হিচাপে কাম কৰে। পেৰিছত থকা কালতে তেওঁ সংগীতৰ প্ৰশিক্ষণো লাভ কৰে। নৃত্য, সংগীতৰ শিক্ষা সমাপ্ত কৰি মেডোনাই নিউইয়ৰ্কলৈ গৈ গীটাৰ, কী ব'ৰ্ড আৰু ড্ৰাম বজাবলৈ 'ব্ৰেকফাষ্ট' ক্লাৱত অন্তৰ্ভুক্ত হয়।

# ফেণ্টাছী গাৰ্ল মেডোনা

পপ সংগীতত অতীব সুন্দৰকৈ উত্তাল যৌৱনক প্ৰলেপ সানি হেজাৰ হেজাৰ শ্ৰোতাক সংগীতৰ মায়াজালত বন্দী হ'বলৈ বাধ্য কৰোৱা পপ তাৰকা অনেক। কিন্তু মেড'না মাত্ৰ এগৰাকী। মেড'নাৰ সংগীতৰ তালে তালে বয় যৌৱনৰ বলিয়া বা যাৰ ৰাগিত মতলীয়া হ'বলৈ কোনো বাকী নৰয়। মেড'নাৰ অনেক ৰূপ-মাতৃ, অভিনেত্ৰী, গায়িকা, সংগীত ৰচয়িতা আৰু গ্ৰন্থ ৰচয়িতা। হ'লেও প্ৰধান চিনাকি হ'ল পপ তাৰকা মেড'না। বিতৰ্কিত নাৰী ৰূপেও মেড'নাৰ অন্য এক চিনাকি নথকা নহয়। যৌৱন কালত এক উচ্ছৃংখল জীৱনেৰে বাট বোলা বুলি শিল্পী গৰাকীৰ এটা বদনাম আছে। এনে লাগে যেন সময়ে সময়ে বিতৰ্কিত ৰূপতে ধৰা দি তেওঁ আত্মতৃপ্তিহে লাভ কৰে।

'Erotica, Romance, Erotica Romance My name is Dita, I'll be your mistress to mite ......' (Erotica)

পপ্ কুইন মেডোনাই '৯৬ ত খলকনি লগাইছিল 'মেটেৰিয়েল গাৰ্ল' (Meterial Girl) ৰ আগমনেৰে। এই গৰাকী ৰহস্যময়ী, বিতৰ্কিত সুন্দৰী নাৰীয়ে জীৱনৰ দুকুৰিটা বসন্ত গৰকিও সদ্য যৌৱনা ৰূপেৰে বিশ্বৰ কোটি কোটি সংগীত প্ৰেমিক আজিও মুগ্ধ কৰি তোলে যাদু সুৰীয়া কণ্ঠৰে, মন-প্ৰাণ ৰোমাঞ্চিত কৰে আবেদনময়ী ৰহস্যময়ী নৃত্যই।

'ফেণ্টাছী গাৰ্ল' মেডোনাই ১৯৮০ চনত 'ইমেন'ন' নামৰ এটা দল গঠন কৰে। সংগীতৰ বাবে জীৱনটোক উছৰ্গা কৰিম বুলি পণ কৰা মেডোনাৰ 'এভৰিব'ডি' নামৰ প্ৰথম অডিঅ' এলবামটো মুক্তি পায় ১৯৮২ চনত। তেওঁৰ যাদুকৰী কণ্ঠৰ 'উপহাৰ' সকলো সংগীত প্ৰেমীয়ে সাদৰেৰে গ্ৰহণ কৰে। তাৰপাছত মুক্তি পোৱা 'হলিদে' নামৰ অডিঅ' এলবামটিয়ে বিপুল জনপ্ৰিয়তা লাভ কৰে। ইয়াৰ লগে লগে তেওঁৰ জীৱনত এক নতুন যুগৰ সূচনা হয়।

তেতিয়াৰে পৰা পিছলৈ ঘূৰি নোচোৱাকৈ পপ্ কুইনগৰাকীয়ে 'মেটেৰিয়েল গাৰ্ল' ইৰ'তিকা, ভ'গ, ৰেইন', লভ ডণ্ট লাইফ, হিয়েৰ এনিম আদি এলবামবিলাক জন্ম দিয়ে।

## ছেক্সি কুইন মেডোনা

*'Feel it on my finger tips*
*Hear it onmy window pane*
*Your love's comity down like ...rain ....' (Rain)*

১৯৮২ চনতে গীত ৰেকৰ্ডিঙৰ বাবে এটা কোম্পানীৰ লগত চুক্তিবদ্ধ হৈ ৰাতিটোৰ ভিতৰতে বিখ্যাত ডিস্কো ডেন্সাৰ, বিখ্যাত গ্লেমাৰ হৈ পৰা মেডোনা প্ৰচাৰ মাধ্যমৰ দুৰ্দান্ত প্ৰতাপত আজি জনপ্ৰিয়তাৰ শিখৰত। তেওঁৰ 'Like a virgin, Meterial Girl, Papa Don't Preach. Why's it so hard to love one another....' শীৰ্ষক গানবোৰ জনপ্ৰিয়তাৰ শিখৰত। তেওঁৰ হেঙুলীয়া ওঁঠদুটি আৰু কণ্ঠৰ আকৰ্ষণ শক্তি অপৰাজেয়।

পপ্ বিশ্বৰ ৰাণী গৰাকী ভাৰতৰ হিন্দু সংস্কৃতিৰ প্ৰেমতো পৰিছে। 'ৰে' অৱ লাইট' নামৰ এলবামটোৰ প্ৰথমটো গীতেই মেডোনাই পৰিবেশন কৰিছে ভাৰতীয় বেশভূষা কৰি। শৰীৰত মেহেন্দিৰ ৰং, পিন্ধনত ভাৰতীয় নাৰীৰ সাজ আৰু পৰিবেশন কৰিছে একেবাৰে আৰ্যমূলীয় সংস্কৃত ভাষাত। উল্লেখযোগ্য যে 'ৰে অৱ লাইট'ৰ বাবে ৪০ বছৰীয়া মেডোনাই সংগীতৰ ক্ষেত্ৰত বিশ্বৰ আটাইতকৈ সন্মানীয় বঁটা 'গ্ৰেমী এৱাৰ্ড'ৰ দুটা বঁটা লাভ কৰে।

'ছেক্সি কুইন' মেডোনাক বয়সে হাৰ মনাব পৰা নাই। মানৱী নহয় যেন এটি জীৱন্ত কবিতাহে। নিয়মীয়া তন্বী শৰীৰটিত যেন যাদু আছে। ইতিমধ্যে ভালেকেইটি এলবামৰ জৰিয়তে সংগীত প্ৰেমীৰ মাজত খলকনি জগোৱা মেড'নাৰ এলবাম 'মিউজিক' তেইশখন দেশত -টপ অৱ দ্যা চাৰ্ট। অকল আমেৰিকাতেই প্ৰথম সপ্তাহত বিক্ৰী হয় চাৰি লাখ বিশ হাজাৰ কপি। 'মিউজিক' নামৰ এলবামৰ জৰিয়তে মেড'নাই লাভ কৰে শ্ৰেষ্ঠা নৃত্যশিল্পী তথা শ্ৰেষ্ঠা গায়িকাৰ সন্মান।

চিৰযৌৱনা হৈয়ে থাকিব বিচাৰে পপ্ সম্ৰাজ্ঞী গৰাকীয়ে। মেডোনাৰ ৰূপৰ জবাব নাই। অনুপম দেহ বল্লৰীয়ে অপৰূপা সৌন্দৰ্যৰ অধিকাৰিণী প্ৰেমৰ দেৱী ভেনাচৰ দ্বিতীয় সংস্কৰণ বুলি মেডোনাক আখ্যা দিয়া হয়। তেওঁ নিজকে কুমাৰী বুলি গৌৰৱ কৰিছিল। এতিয়া মেডোনা মাতৃ হ'ল। মেডোনাৰ নিজৰ ভাষাৰে, 'মোৰ কন্যা সন্তানটিৰ জন্মৰ মুহূৰ্ততে ময়ো লাভ কৰিছিলো দ্বিতীয় জন্ম।'

## ৰূপ চৰ্চাত মেডোনা

একোচা মোহময়ী ৰেশমী যেন অবাধ্য চুলিৰে উঠন বুকুত অৰ্ধাবৃত পোছাকৰ সৌন্দৰ্য সমাহাৰত মেডোনাৰ ৰূপৰ তুলনা নাই। কেতিয়াবা পেণ্ট-চুট, কেতিয়াবা ইভিনিং গাউনে, কেতিয়াবা বিকিনী, কেতিয়াবা কেজুৱেল সাজেৰে, আকৌ কেতিয়াবা — মাইক্ৰমিনিৰ তলত জিলিকি ৰোৱা কলাফুলৰ অপূৰ্ব ভংগীৰে দৰ্শকৰ আগত প'জ দিয়া মেডোনা আজিও বিশ্বৰ বহু পুৰুষৰ সপোনৰ ৰাণী।

মোডোনাৰ ৰূপ চৰ্চা অসাধাৰণ। তেওঁ চিৰ ৰূপহী হৈ থাকিবলৈ ওঁঠ দুটি 'কোলাজেল'ৰ দ্বাৰা পুৰি লৈছে। ৪০টা বসন্তৰ বয়সৰ আঁচোৰ ঢাকিবলৈ প্লাষ্টিক চাৰ্জাৰী কৰি লৈছে। চাৰ্জাৰীৰ দ্বাৰা বক্ষও উন্নত কৰি লৈছে। চুলি সোণালী কৰিবলৈ দিনে এবটল 'পেৰ'ক্সাইড' ব্যৱহাৰ কৰে। যৌনতাৰ অধিষ্ঠাত্ৰী দেৱী গৰাকী যৌৱন সম্পৰ্কে সাংঘাতিক 'ছিৰিয়াছ'। নিয়মীয়া শৰীৰ চৰ্চা, ডায়েট, ব'ডি ক'ণ্ট্ৰল, ব্যায়াম, জগিং, আসন আদিৰে তেওঁৰ শৰীৰটো আকৰ্ষণীয় কৰি ৰাখিছে। খায় মূলতঃ ফলমূল, ফলৰ ৰস, শাক-পাচলি, ছালাড, পানীয় ....ইত্যাদি।

## প্লে'বয়ত মেডোনা

মেডোনাৰ সম্পূৰ্ণ কেৰিয়াৰ পূৰ্ণাংগ ৰূপ লাভ কৰে ১৯৮৫ চনত আমেৰিকাৰ আন্তৰ্জাতিকভাৱে টিভিত প্ৰচাৰ হোৱা এটি অনুষ্ঠানৰ যোগেদি। সেই সময়তে ১৯৭৭ চনত বহুতো ডলাৰৰ বিনিময়ত বিভিন্ন প'জ দিয়া ছবিবিলাক 'প্লেবয়' আৰু 'পেণ্টাহাউছ' নামৰ আলোচনী দুখনত প্ৰকাশ পায় আৰু লগে লগে সমগ্ৰ বিশ্বত ৫,০০,০০০ কপি বিক্ৰীৰ অভিলেখ সৃষ্টি হয়।

উল্লেখযোগ্য যে ১৯৭৭ চনত নিউয়ৰ্কত থকা কালত অৰ্থভাৱত জুৰুলা হৈ মেডোনাই পৰ্ণো ফটো চেচ্‌নৰ বাবে বিবসনা হৈ কেমেৰাৰ সন্মুখত ধৰা দিয়ে। তেতিয়াৰে পৰাই মেডোনা অধিক সাহসী আৰু বহু চৰ্চিত হৈ পৰে। একে ৰাতিৰ ভিতৰতে মেডোনাৰ নাম সংবাদ পত্ৰৰ শিৰোনামালৈ আহে। মেডোনাৰ নিজৰ ভাষাৰে — 'কুমাৰীত্ব বিসৰ্জন দিয়াটোও কেৰিয়াৰ গঢ়াৰ এটা খোজ।' উল্লেখযোগ্য যে মেডোনাৰ এখন পৰ্ণো ফটোগ্ৰাফাৰ বাবে ফটোগ্ৰাফাৰ ষ্টিভেল মাইকেলে বিশ্বজুৰি প্ৰচাৰ লাভ কৰিছিল। এই ফটোগ্ৰাফৰ ৰিপ্ৰিণ্ট কৰিবলৈ বাধ্য হৈছিল

পৰিবেশকে। এই ক্ষেত্ৰত মেডোনাই কয় — 'মই সফল, গতিকেই মই দুখী। ক্ষমতাৰ বাবে বেয়া হ'বলৈ মই বাধ্য। আমেৰিকাত কোনো মানুহকেই সফল আৰু সুখী একেলগে হ'বলৈ দিয়া নহয়।'

## মেডোনা ছেক্স আপিল

সংগীত, অভিনয়, সৌন্দৰ্য, যৌনতা আদিৰ অন্য এক নাম মেডোনা। মেডোনা অনন্য নাৰী। তেওঁৰ জনপ্ৰিয়তাৰ অন্য এক প্লাচ পইণ্ট হ'ল 'ছেক্স' নামৰ কিতাপখন। কিতাপখনত আছে তেওঁ বিবসনা হৈ বিভিন্ন ভঙ্গীমাত উঠা ফটোবিলাক 'ছেক্স' নামৰ কিতাপখনত সন্নিৱিষ্ট কৰা হৈছে এটা সাৱধান বাণী—

'The book contains adult meterial and its exterior Pack-agin reflects the controversial and sensitive nature of what is inside.'

জাপান, আয়াৰলেণ্ড আদি দেশত 'ছেক্স'খন নিষিদ্ধ ঘোষণা হৈছে। আমাৰ ভাৰততো 'ছেক্স'খন নিষিদ্ধ হৈছে। সম্প্ৰতি মেডোনাই শিশুৰ বাবে এখন কিতাপ লিখিছে।

মেডোনাৰ অভিনীত প্ৰায়বোৰ ভিডিঅ'ৱে বিভিন্ন সময়ত আলোড়নৰ সৃষ্টি কৰে। বহু দেশত তেওঁৰ ভিডিঅ'ৰ ওপৰত নিষেধাজ্ঞ জাৰি কৰা হৈছে। তেওঁ ফিল্ম ডকুমেণ্টৰি 'ট্ৰুথ অৰ দেয়াৰ আক্কা ইন বেড ইউথ মেডোনা'ক কেতিয়াও দৰ্শকে পাহৰিব নোৱাৰে। ইটালিত এইখনৰ ওপৰত কঠোৰ নিষেধাজ্ঞা জাৰি কৰা হৈছিল। জীৱনীকাৰ এন্দ্ৰু মৰ্টনে কৈছে মেডোনা তীব্ৰ যৌন আবেদনময়ী হ'লেও মেডোনা বিছনাত তেনেই শীতল "She is not tigress in bed"।

## চেলুলয়ডৰ বিশ্বত মেডোনা

মেডোনাই সংগীতৰ লগতে সমানে চিনেমা জগতৰ কেৰিয়াৰো আগবঢ়াই নিয়াত যত্ন কৰিছিল। পপ্ আৰু ছবি জগত যদিও ভিন্ন ভিন্ন ছন্দৰে আবদ্ধ তথাপিও তেওঁ দুই ছন্দক এক কৰি এক মধুৰ মুৰ্চ্ছনাত আগবাঢ়িছে। তেওঁৰ গীতৰ এলবামবিলাক যিদৰে শ্ৰুতিমধুৰ সেইদৰে তেওঁৰ দ্বাৰা অভিনীত ছবিবিলাকো হৃদয় পৰশা।

মেডোনাৰ চেলুলয়ডৰ পৃথিৱীৰ প্ৰথম ছবি হ'ল 'চাৰ্টেইন ছেক্ৰিফাইছ'। তেওঁ 'ইমেন'ৰ দল গঠনৰ সমসাময়িকভাৱে ছবিখনত অভিনয় কৰিবলৈ আমন্ত্ৰিত হয় আৰু চাৰ্টেইন ছেক্ৰিফাইছ'ত অভিনয় কৰি ছবি জগতত প্ৰথম খোজ দিয়ে। ছবিখনত যৌনতাৰ মাত্ৰাধিক্যাই মেডোনাক বিতৰ্কিত কৰি তুলিছিল। জীৱনৰ প্ৰথমখন ছবিত অভিনয় কৰি 'ছেক্স ছিম্বল'ৰূপে খ্যাত হৈ পৰা মেডোনাৰ অভিনীত কেইখনমান উল্লেখযোগ্য ছবি হ'ল — ভিশ্বন, ফুৰেষ্ট, ডেচপেৰাটলি, চিকিংচুচান, শ্বাংঘাই চাৰপ্ৰাইজ, হু ইজ ডেট গাৰ্ল, ডিক ট্ৰেচি, এভিটা, দা ৰেড ড'ৰ ..... ইত্যাদি। ১৯৯৭ চনত প্ৰস্তুত হোৱা আৰ্জেণ্টিনাৰ নাৰী 'ইভা পেৰণ'ৰ জীৱনৰ এৰি অহা বৈচিত্ৰময় দিনৰ ওপৰত নিৰ্মিত সংগীত প্ৰধান ছবি 'এভিটা'ত কৰা অভিনয় মেডোনাৰ সৰ্বশ্ৰেষ্ঠ প্ৰদৰ্শনৰূপে অভিহিত হৈছে। মেডোনাৰ যাদুকৰী কণ্ঠৰ সংযোগ ঘটিছিল এভিটাত। ছবিখনত তেওঁ বিখ্যাত 'ডণ্ট ক্ৰাই ফৰ মি আৰ্জেণ্টিনা' শীৰ্ষক গীতটি পৰিবেশন কৰি বিশ্বত আলোড়নৰ সৃষ্টি কৰে।

১৯৯৮ চনৰ ২১ ফেব্ৰুৱাৰীত বিবিচিৰ ৰাষ্ট্ৰীয় অনুষ্ঠানত অংশ গ্ৰহণ কৰি তেওঁৰ সৃষ্টি ফ্ৰ'জন' প্ৰদৰ্শন কৰে। বৃটেইনত ১৫ বছৰৰ বিৰতিৰ পাছত তেওঁ এই অনুষ্ঠান প্ৰদৰ্শন কৰে।

ছেক্স আৰু 'পপ'ৰ অপূৰ্ব সমন্বয়ত জনপ্ৰিয়তাৰ শিখৰত আৰোহণ কৰা মেডোনাৰ অন্য এক 'প্লাছ পইণ্ট' হ'ল নিজৰ চুলিৰ ষ্টাইল, সুন্দৰ তথা আধুনিক মেক্‌আপ আৰু গীতৰ অনুষ্ঠানত অভিনৱ পদ্ধতিৰে প্ৰদৰ্শন, সকলো মিলি মেডোনা এক সাংস্কৃতিক অনুষ্ঠান। পপ সংগীতৰ যাদুৰে বিশ্বৰ কোটি কোটি সংগীত অনুৰাগীৰ হৃদয় তন্ত্ৰীত জোঁকাৰণি তোলা মেডোনা আজিও অক্লান্ত। লক্ষ্য তেওঁৰ আকাশলংঘী। ১৯৯৮ চনতে তেওঁ লাভ কৰে 'এম টিভি ইউৰোপ মিউজিক' বঁটা। বৰ্তমান মেডোনাৰ উপাৰ্জন ১৫০ নিযুত ডলাৰৰো অধিক।

জীৱনৰ চল্লিছ বছৰ বয়সতো মেডোনাৰ ফেশ্বন মেগাজিনৰ দহগৰাকী সুন্দৰী আধুনিকাৰ দৰেই দেহমস্তকত সৌন্দৰ্যৰ জলপ্ৰপাত বৈ আছে। সৌন্দৰ্যৰ বলতে পৃথিৱী জয় কৰি আছে। জাৰকালি ৰাতিপুৱাৰ ৰ'দকাঁচলিৰ দৰেই তেওঁৰ দেহৰ সৌন্দৰ্য। সৌন্দৰ্যই হ'ল তেওঁৰ জীৱনৰ সৰ্বোত্তম কবিতা। মেডোনাৰ জীৱনটো সৌন্দৰ্য, পপ আৰু অভিনয় এই তিনিওৰে অপূৰ্ব সমন্বয়ৰ ত্ৰিবেণীসংঙ্গম।

## মেডোনাৰ প্ৰেম

চিৰকালেই পুৰুষৰ বুকু নাৰীৰ প্ৰধান আশ্ৰয় আৰু নাৰীৰ বুকু-উন্মেষভূমি প্ৰেমৰ। নাৰীৰ হৃদয়ৰ মধুৰ উত্তাপে পুৰুষৰ হৃদয় জীপাল কৰি ৰাখে।

প্ৰত্যেকগৰাকী যুৱতীৰে প্ৰেম প্ৰণয়ৰ ক্ষেত্ৰত একোখন নিজস্ব অলিখিত সংবিধান থাকে। প্ৰেম আৰু প্ৰণয়ৰ বিশেষ ৰীতি-নীতি থাকে। অবিয়ৈ গাভৰু আৰু ছনপৰা মাটি একেই কথা। আকৌ অনুৰ্বৰ ভূমিত বীজ পৰিলেও বীজে দুপাত নেমেলে।

জীৱিত কালতে কিম্বদন্তীত পৰিণত হোৱা, যদিও মেডোনা এগৰাকী ৰাংঢালী গাভৰুৰ নাম, তথাপি তেওঁৰ ব্যক্তিগত জীৱনটো ৰহস্যৰে আবৃত, ঘটনাবহুল। প্ৰেম, বিবাহ, অথবা বিচ্ছেদৰ এক অন্তহীন দস্তাবেজ। সৰ্বসাধাৰণ গাভৰুৰূপে জন্ম গ্ৰহণ কৰি জীৱনৰ মাজ বয়সতে গ্লেমাৰ আৰু অৰ্থৰে পৰিপূৰ্ণ হৈ পৰা মেডোনাৰ এদিন প্ৰেম ভালপোৱাৰ বিশাল অনুভূতিবোৰ জাগ্ৰত হৈ পৰিছিল আৰু সৰ্বসাধাৰণ মানুহৰ মাজৰ পৰাই বিচাৰি লৈছিল প্ৰেমাস্পদ। কিন্তু মেডোনাৰ বাবে প্ৰেম, ভালপোৱা, বিবাহৰ সুখ লেখা নাছিল। জীৱনৰ দুকুৰি বছৰ বয়সলৈকে বহুতো প্ৰেমিকৰ প্ৰেমত নিমজ্জিত হৈয়ো বাৰে বাৰে প্ৰতাৰিত হ'ব লগা হৈছে পপ কুইনগৰাকী। হয়তো মেডোনাৰ অভিসাৰিকা ইমেজৰ বাবেই পুৰুষসকল আহে তেওঁৰ ওচৰলৈ। প্ৰিয় নাৰীৰ অকণমান স্পৰ্শ, অকণমান আলিঙ্গনৰ বাবে।

১৯৮৫ চনৰ ২৬ তম জন্ম দিৱসত অভিনেতা চিয়েন পেনৰ লগত মেডোনা বিবাহ পাশত আবদ্ধ হয় যদিও তাৰ পূৰ্বে তেওঁ কৰ্লোচ লিয়নৰ লগত প্ৰেমপাশত আবদ্ধ হৈছিল। দুয়োৰে প্ৰেম মনস্তাত্বিকৰ পৰা গোপনে শৰীৰ কেন্দ্ৰিক হৈ পৰিছিল। সেয়ে পৰৱৰ্তী কালত মেডোনাই তেওঁৰ কন্যা সন্তান লাউড্‌চ মাৰিয়া কিক'ন লিয়ন'ৰ পিতৃ পূৰ্বৰ প্ৰেমিক কৰ্লোচ লিয়ন বুলি দাবী কৰিছে। আনহাতে চিয়েন পেনৰ লগত মেডোনাৰ বিবাহ কাৰ্য সমাপন হৈছিল যদিও সেই বিবাহ বান্ধোন চিৰস্থায়ী নহ'ল।

তাৰ পৰৱৰ্তী সময়ত মেডোনাই যাৰেন বেট্ৰিৰ হৃদয়ৰ অন্তৰতম প্ৰদেশ পলকতে জয় কৰে। 'ডিক ট্ৰেচি'ত অভিনয় কৰোতেই প্ৰণয় আৰম্ভ হয় প্ৰেমিক

যুগলৰ। পৰস্পৰৰ হৃদয়ত একেখন হিয়াৰেই স্পন্দন পৰিলক্ষিত হৈছিল যদিও মেডোনাৰ বাবে সেই প্ৰেমো স্থায়ী নহ'ল।

মানুহ মাত্ৰেই সদায় জীৱনত নতুনত্ব বিচাৰে। কোনো মানুহে অতীতক সাবটি বহি নাথাকে। মেডোনাৰ নতুন প্ৰেমিক হিচাপে এসময়ত ইংলেণ্ডৰ এন্দি বাউৰ নাম চৰ্চিত হৈছিল। যাক তেওঁৰ জীৱনৰ প্ৰধান আশ্ৰয় স্থল ৰূপে বিবেচনা কৰিছিল। অৱশ্যে ১৯৯৭ চনৰ নবেম্বৰত প্ৰথম লগ পোৱা এন্দিৰ সৈতে তেওঁৰ নিবিড় সম্পৰ্ক সময়ত বিচ্ছিন্ন হৈ পৰে।

এইদৰে পপ জগতৰ একছত্ৰী সম্ৰাজ্ঞীগৰাকীৰ জীৱনলৈ একাধিক পুৰুষৰ সোঁত ধাবমান হৈ আছে। তেওঁৰ দেহৰ সৌন্দৰ্যৰ মোহময়ী আবেদনত বহুতো ওখ খাপৰ মানুহেও ধৰা দিয়ে।

## মেডোনাৰ প্ৰেম ৰহস্যময়

এটা কথা ঠিক যে সকলো পুৰুষ সকলো নাৰীৰ বাবে নহয় আৰু সকলো নাৰী সকলো পুৰুষৰ বাবে নহয়। জীৱনত সকলো পায়ো একো নোপোৱাৰ বেদনাত ভুগিছে আৰু সকলো বিলায়ো যেন ৰিক্ততাত ভুগিছে শতিকাৰ সৰ্বশ্ৰেষ্ঠ পপ গায়িকা গৰাকীয়ে।

মেডোনা যৌৱনৰ উপাসক, আকৌ যৌৱন প্ৰেমৰ শক্তিৰে মহীয়ান। প্ৰেমৰ শক্তিয়ে সৌন্দৰ্য অনুভৱৰ ক্ষমতা দিয়ে। মেডোনাই সদায় কামনা কৰে শান্তি আৰু উষ্ণতাৰে পূৰ্ণ এখন ঘৰ। আৰু বিচাৰিছিল প্ৰেমিকৰ প্ৰেৰণাময় সহচৰ্য। কিন্তু যুগ্ম তথা বৈবাহিক জীৱনৰ জটিলতাৰ প্ৰশ্নবোৰে তেওঁক ভীত কৰি তুলিছিল। গতানুগতিকভাৱে প্ৰিয়জনৰ লগত বিচ্ছেদ বিষয়টোক সকলো মানুহেই ভয় কৰে।

দূৰৈৰ পাহাৰ চিকুণ আৰু সুন্দৰ। যি কোনো সুন্দৰ বস্তুৰ ফালে মানুহে বেছিপৰ চাই থাকিব নোৱাৰে। পৃথিৱীৰ সকলো সুন্দৰ বস্তু চাবলৈ দূৰলৈ যাব লাগে অন্যথা সুন্দৰ - অসুন্দৰহে হয়। মেডোনাৰ ক্ষেত্ৰতো ঠিক তেনেকুৱাই; কাৰণ মেডোনাও এটি সুন্দৰ অনুষ্ঠান। মেডোনাৰ ঠিকনা বহু পুৰুষৰ হৃদয়ত।

শেহতীয়াকৈ মেডোনাৰ সংগীতত যৌনতাৰ পৰিবৰ্তে স্থান লাভ কৰিছে আধ্যাত্মিকতাই। এগৰাকী নাৰীৰে সম্পূৰ্ণ দুই বিপৰীতমুখী চৰিত্ৰ। ১৯৯৮ চনত

মুক্তি লভা এলবাম 'ৰে অব লাইট'য়ে চিনাকি দিলে এক অন্য মেডোনাৰ। মেডোনাৰ সংগীতত উন্মোচিত হ'ল অন্য এক দিশ। শেহতীয়া এলবাম 'মিউজিক' হ'ল শিল্পীগৰাকীৰ শিল্পকৰ্মৰ অন্য এক ব্যতিক্ৰমধৰ্মী উৎকৃষ্ট নিদৰ্শন। আজি মেডোনা যৌনতাৰ প্ৰতি আকৰ্ষিত নহয়। আজি তেওঁ অন্তৰৰ প্ৰকৃত সুখৰ সন্ধানত। তেওঁ এতিয়া অষ্টাংগ যোগৰ প্ৰতি আগ্ৰহী, পূবৰ বিশেষকৈ হিন্দুৰ তন্ত্ৰ-মন্ত্ৰৰ প্ৰতি আগ্ৰহী আৰু ভাল পায় দুহাতত হেনা কৰি। যৌৱনৰ সাগৰত বহুদিন সাঁতুৰি-নাদুৰি ভাগৰি পৰা শিল্পীগৰাকী বৰ্তমান দুটা সন্তানৰ মাতৃ। এতিয়া তেওঁ জিৰণি ল'ব খোজে প্ৰযোজক স্বামী গায় ৰিচিৰ স'তে পতা সুখৰ সংসাৰখনত। মেড'নাৰ এই নতুন জীৱনটোৰ লগৰী হ'ল সন্তান লাউডচ আৰু ৰ'কো, স্বামী আৰু আধ্যাত্মিকতা।

## বণ্ডৰ ছবিত মেডোনা

পৃথিৱীৰ সবাতোকৈ সুন্দৰী মহিলা মেডোনা। মাডাম টুছো মমৰ সংগ্ৰহালয়ৰ দৰ্শনাৰ্থীৰ মতে মেডোনা হ'ল বিশ্বৰ সবাতোকৈ সুন্দৰী মহিলা।

'এভিটা' ছবিত ৮৫ যোৰা কাপোৰ, ৩৯ টা টুপি, ৪৫ যোৰা জোতা আৰু ৫৬ যোৰ কাণফুলি ব্যৱহাৰ কৰি মেডোনাই গিনিজ বুকত নাম ৰাখিছে। জীৱনীকাৰ জে ৰেন্দে মেডোনাৰ জীৱনী লিখি উলিয়াইছে। মেডোনাৰ জীৱনীখনৰ নাম হ'ল— "মেডেনা ঃ এন ইণ্টিমেট বায়'গ্ৰাফি।"

নৱতম ব'ণ্ড ছবি 'ডাই এনাডাৰ ডে'ত মেডোনাই অভিনয় কৰাটো খাটাং। নায়িকা নহয়, অতিথি-শিল্পীৰূপে। পিছে, মেডোনাৰ চকমতো থাকিবই। 'ডাই এনাডাৰ ডে'ত মেডোনাৰ চৰিত্ৰটো এগৰাকী সমকামী মহিলাৰ। ব'ণ্ড ছবিৰ ইতিহাসত এয়াই হ'ব প্ৰথম সমকামী চৰিত্ৰ। চেলেঞ্জটো হেনো বৰ ভাল লাগিছে মেডোনাৰ।

## মেডোনাৰ জীয়ৰীও 'মেটেৰিয়েল গাৰ্ল'

'মেটেৰিয়েল গাৰ্ল' প্ৰখ্যাত পপ গায়িকা মেডোনাৰ জীয়ৰী লাউড্চ-এ নিজৰ মাকৰ পদচিহ্নৰেই বাট বুলিছে। জীৱন্ত কালতে কিংবদন্তী হৈ পৰা এই পপ গায়িকাগৰাকীয়ে অলপতে জাৰ্মানীৰ 'বিল্ড' পত্ৰিকাত কৈছে যে তেওঁৰ চাৰি

বছৰীয়া জীয়ৰীৰ এটি অত্যাধুনিক ৱাৰ্ডপ (কাপোৰ ৰখা ঠাই) আছে। ইয়াৰ বাবে তেওঁ যথেষ্ট টকা খৰচ কৰিছে। এই বছৰটোত নিজ জীয়ৰীৰ কাপোৰ-কানি কিনাৰ নামত এতিয়ালৈকে খৰচ কৰিছে ৫০হাজাৰ ডলাৰ। মেডোনাৰ মতে, তেওঁৰ জীয়ৰী লাউড্‌চৰ কাপোৰ আৰু গহনাৰ প্ৰতি চখ অতি বেছি। মেডোনাই জীয়ৰীক এতিয়াৰ পৰাই সংগীতৰ প্ৰশিক্ষণ দিবলৈ ধৰিছে। এই 'মিনি মেটেৰিয়েল গাৰ্ল' জনীয়ে যদি এতিয়াৰ দৰে সংগীত সাধনাত মনোনিবেশ কৰি থাকে তেন্তে অদূৰ ভৱিষ্যতে নিজৰ মাকতকৈ অধিক কীৰ্তি স্থাপন কৰিব।

# সহস্ৰাব্দৰ সুন্দৰী ছ'ফিয়া লৰেন

সুন্দৰী গাভৰু ছোৱালীয়ে চুমা খোৱা দেশ ইটালি ধন্য ছফিয়া লৰেনৰ দৰে সহস্ৰাব্দৰ সুন্দৰীৰ চুমা পৰশত। ছফিয়াৰ বাবে ইটালি গৌৰৱান্বিত।

ব্ৰিটেইনত চলোৱা এক জনসমীক্ষাত প্ৰায় তিনি হেজাৰজন লোকৰ ভিতৰত অধিকাংশই ইটালিৰ তিনিকুৰি আঠ বছৰীয়া হলিউদৰ বিখ্যাত মোহময়ী অভিনেত্ৰী ছ'ফিয়া লৰেনক বিশ্বৰ আটাইতকৈ সুন্দৰী, মহিলা বুলি মত প্ৰকাশ কৰে। চিন্দি ক্ৰ'ফৰ্ডৰ দৰে বিশ্ববিখ্যাত ছুপাৰ মডেল নাওমী কেম্পবেলৰ দৰে বিশ্বৰ আগশাৰীৰ সুন্দৰী মডেল তথা টাইটানিক খ্যাত কেট উইনশ্লেটৰ দৰে মোহময়ী নায়িকাক নাকচ কৰি ব্ৰিটিছসকলে বাছনি কৰিছে ৬৮ বছৰীয়া ছ'ফিয়া লৰেনক। ছ'ফিয়া লৰেনৰ ফটো সহস্ৰাব্দৰ 'টাইম কেপ্চুল'ত সুৰক্ষিত কৰা হৈছে, যাতে সহস্ৰাব্দৰ শ্ৰেষ্ঠা সুন্দৰীগৰাকীক দৰ্শন কৰাৰ সুবিধা বা দেখাৰ সৌভাগ্য আগন্তুক প্ৰজন্ম সমূহেও লাভ কৰিব পাৰে।

উল্লেখ্য যে সৌন্দৰ্যৰ লগতে সুন্দৰ ব্যক্তিত্ব নথকা হ'লে তিনিকুৰি বছৰৰ পাছতো এগৰাকী নাৰীক বিশ্ব সুন্দৰী বুলি কয়নে? নিখুঁত সৌন্দৰ্য আৰু পৰিপক্ক ব্যক্তিত্বৰ সাৰ্থক সমাহাৰ হিচাপে ৬৮ বছৰীয়া ছ'ফিয়া পৰিগণিত হৈছে। ছ'ফিয়া লৰেনৰ পাছতে স্থান পোৱা সুন্দৰী গৰাকী হ'ল ৩৪ বছৰীয়া লিজ হাৰ্লি। সমীক্ষাটোত তৃতীয় স্থান পাবলৈ সক্ষম হৈছে ৩৩ বছৰীয়া চিন্দি ক্ৰ'ফৰ্ড। তাৰ পাছত ক্ৰমে জুলিয়া ৰবাৰ্টছ, জোনা লাম্‌লি আদিৰ নাম অন্তৰ্ভুক্ত।

নাৰী ভগৱানৰ অতি সুন্দৰ ৰচনা। বিশ্ব অৰ্থনীতি এনেকুৱা দিশলৈ ধাৱমান হৈছে যে ভৱিষ্যতে নাৰীয়েই নানা কামত বেছি প্ৰয়োজনীয় হৈ পৰিব। এক সমীক্ষাৰ মতে শৈশৱৰ জটিলতা ছোৱালীবোৰৰ তুলনাত ল'ৰাবিলাকৰ বেছি। ঊনবিংশ শতাব্দীৰ শেষভাগলৈকে আমেৰিকাত পুৰুষৰ আয়ুকাল আছিল নাৰীতকৈ সামান্য বেছি। কিন্তু বৰ্তমান আমেৰিকাত এজন পুৰুষৰ গড় আয়ু এগৰাকী মহিলাতকৈ সাত বছৰ কম। উল্লেখ্য যে বেছিভাগ ৰোগৰ প্ৰকোপ পুৰুষসকলৰ

মাজত বেছি। ছোৱালীৰ তুলনাত ল'ৰাবিলাক বেছি জন্মে বংশগত ৰোগ লৈ। এজন প্ৰাণী বিজ্ঞানীয়ে মন্তব্য কৰিছে যে জ্ঞানৰ প্ৰসাৰ ঘটিলে আনকি তৃতীয়-বিশ্বৰ দেশবিলাকতো পিতৃ-মাতৃয়ে ল'ৰাৰ সলনি ছোৱালীহে বিচাৰিব।

বিশ্ববিখ্যাত অভিনেত্ৰী ছ'ফিয়া লৰেনৰ নাম নুশুনা বোলছবিপ্ৰেমী হয়তো নিশ্চয় নাই। তেওঁৰ জন্ম হৈছিল ইটালিৰ এটা দৰিদ্ৰ পৰিয়ালত ১৯৩৪ চনত। ছ'ফিয়াৰ সৰু কালৰ অৱস্থা অতি বেয়া আছিল। দ্বিতীয় বিশ্বযুদ্ধই বিধ্বস্ত কৰা ইটালিৰ অগণন দৰিদ্ৰ পৰিয়ালৰ মাজতে আছিল ছ'ফিয়াহঁতৰ পৰিয়ালটিও। সেই সময়ত তেওঁলোকে নিজৰ ঘৰ পৰ্যন্ত হেৰুৱাইছিল। তেওঁৰ মাক এগৰাকী অভিনেত্ৰী আছিল। ছ'ফিয়াৰ দেউতাকৰ লগত তেওঁৰ মাকৰ সম্বন্ধ ভাল নাছিল।

আৰ্থিক দৈনতাই পৰিয়ালটোক কাবু কৰি ৰাখিছিল। খাদ্য আৰু বাসস্থানৰ অভাৱত অনাই-বনাই ঘূৰি ফুৰোতেই ছ'ফিয়াই শৈশৱ আৰু কৈশোৰ অতিক্ৰমী যৌৱনত ভৰি দিছিল। যৌৱনত ভৰি দিয়াৰ লগে লগে তেওঁৰ দেহলৈ অফুৰন্ত ৰূপ আৰু সৌন্দৰ্যৰ প্লাৱন নামি আহে। নিজকে সুন্দৰী বুলি জানিয়েই তেওঁ বিভিন্ন সৌন্দৰ্য প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰে আৰু বহুতো পুৰস্কাৰ লাভ কৰিবলৈ সক্ষম হয়। এই পুৰস্কাৰৰ ধনেৰে তেওঁ পৰিয়ালটো পুহিছিল।

শৈশৱৰ পৰাই অভিনেত্ৰী হোৱাৰ হেপাহ এটা ছ'ফিয়াই পুহি ৰাখিছিল। এটা সময়ত ছ'ফিয়াৰ মাকে নেপেলিছৰ ড্ৰামা স্কুলত নাম লগাই দিছিল। সেই সময়ৰ পৰাই তেওঁৰ বোলছবি জগতৰ লগত ঘনিষ্ঠতা বাঢ়িল। ছ'ফিয়াৰ ৰূপালী পৰ্দাত প্ৰথম আত্মপ্ৰকাশ হয় ১৯৫০ চনত 'কো-ভাডিছ' নামৰ ছবিখনৰ যোগেদি। ১৯৫২ চনত 'আফ্ৰিকা আণ্ডাৰ দি দিজ' নামৰ ছবিখনত তেওঁ প্ৰথমটো গুৰুত্বপূৰ্ণ চৰিত্ৰত অভিনয় কৰি খ্যাতি অৰ্জন কৰে। এই ছবিখনে দৰ্শকৰ পৰাও বহুতো সহাঁৰি লাভ কৰে। পাছলৈ তেওঁ হলিউডলৈ যায়। ১৯৫২ চনৰ পৰা ১৯৫৫ চনলৈ তেওঁ কুৰিখনৰো অধিক চলচ্চিত্ৰত বিভিন্ন চৰিত্ৰত অভিনয় কৰে।

অসাধাৰণ শাৰীৰিক সৌন্দৰ্যৰ অধিকাৰী ছ'ফিয়াৰ অভিনয় প্ৰতিভা বিশ্ববন্দিত আছিল। জীৱন যুদ্ধই পৰিপক্ক কৰি তোলা যুৱতী ছ'ফিয়াই অসামান্য ৰূপ আৰু অসাধাৰণ প্ৰতিভা লৈ হলিউদত প্ৰবেশ কৰাৰ লগে লগে হৈ - চৈ লাগি পৰিছিল। মেৰিলিন মনৰো, লিজ টেইলৰ, গ্ৰেটা গাৰ্বো আদি প্ৰেমাৰাছ

নায়িকাসকলৰ মাজতো তেওঁ উজ্জ্বল হৈ জিলিকি উঠিল। হলিউদত তেওঁ প্ৰায়বোৰ বিখ্যাত আৰু নামী অভিনেতাৰ লগতেই অভিনয় কৰে। তেওঁৰ স'তে অভিনয় কৰা প্ৰতিজন অভিনেতাই ছ'ফিয়াৰ প্ৰশংসাত পঞ্চমুখ আছিল। এন্টনী পাৰকিনছে ছ'ফিয়াক লিজ টেইলৰৰ বিকল্প বুলি আখ্যা দিছিল। ছ'ফিয়াৰ দ্বাৰা অভিনীত 'গ'ল্ড অব নেপোলচ' ছবিখনে আন্তৰ্জাতিক পুৰস্কাৰ লাভ কৰে। তেওঁৰ অভিনীত 'চাইন অব ভেনাচ', 'টু ৱমেন', 'দি প্ৰাইভ এণ্ড দি পেছন', 'ডিজায়াৰ আণ্ডাৰ দি এলমছ', দি ব্লেক অৰ্কিড, 'মেৰিজ ইটালিয়ান ষ্টাইল', 'লেডি এলচান ফ্লাৱাৰ', 'একাউণ্টেছ ফ্ৰম হংকং' আদি উল্লেখযোগ্য ছবি।

ছেক্স চিম্বল ৰূপে হলিউদ খ্যাত ছ'ফিয়া লৰেনৰ প্ৰেমত পৰি বহুতেই হাবু-ডুবু খাইছিল। তেওঁৰ জীৱনৰ ওপৰেদি বহু বিখ্যাত পুৰুষ বাগৰি গৈছে। অৱশেষত তেওঁ প্ৰযোজক কাৰ্লোপতিক বিয়া কৰায়।

চাৰ্লি চেপলিনে ছ'ফিয়া লৰেণৰ মুখাবয়বত হেনো দেখা পাইছিল দুটা দিশ। বাওঁফালৰ পৰা ছ'ফিয়াৰ প্ৰ'ফাইলটো হেনো কমেডীৰ বাবে ভাল আৰু সোঁফালটো প্ৰ'ফাইল ভাল নাটকীয় প্ৰকাশৰ বাবে।

চাৰ্লিৰ পৰা ছ'ফিয়াই অভিনয়ৰ ক্ষেত্ৰত বহু কথাই শিকিছিল। তেওঁ কৈছিল— "ইচ্ ইমান অভিনয় কৰিলো, কিন্তু এই মানুহজনৰ পৰা ইমান শিকিব লগা আছে, এতিয়াহে বুজিলো। আমি বহুতো কথা নাজানিছিলো।"

সুন্দৰী আৰু প্ৰতিভাময়ী ছ'ফিয়া লৰেন প্ৰকৃততে 'লৰেন' নহয়। তেওঁৰ আচল নাম আছিল 'ছ'ফিয়া স্কিক'নি'।



## সমগ্ৰ বিশ্ববাসীৰ হৃদয় জয় কৰা সুন্দৰী গৰাকী

# 'কুইন অৱ হলিউড' জুলিয়া ৰবাৰ্টছ

জুলিয়া ৰবাৰ্টছ। কেৱল হলিউড বা চলচ্চিত্ৰ জগতৰেই নহয়, বিশ্বৰ চুকে-কোণে এক পৰিচিত নাম। অকল নামেইনে! মাত্ৰ এটি নামেই নহয়, জুলিয়া ৰবাৰ্টছ আজি পৰ্যবসতি এটি অনুপম অনুষ্ঠানলৈ। 'দি অনলি বেংকেবল নেম' জুলিয়া ৰবাৰ্টছ। 'দি হটেষ্ট লিডিং লেডী' জুলিয়া ৰবাৰ্টছ। ভাৰতীয় চলচ্চিত্ৰ মহলৰ মতে 'হলিউডৰ বাণিজ্য লক্ষী' জুলিয়া ৰবাৰ্টছ। তেৱেঁই হ'ল হলিউডৰ সৰ্বাধিক পাৰিশ্ৰমিক লাভ কৰা অভিনেত্ৰী। জেমছ উলমাৰে প্ৰস্তুত কৰা 'হলিউড হটলিষ্ট'ত অভিনেত্ৰী জুলিয়া ৰবাৰ্টছক 'এ প্লাছ' অভিনেতাসকলৰ ভিতৰত নাম্বাৰ ৱান হিচাপে চিহ্নিত কৰিছে। জুলিয়াই প্ৰতিখন ছবিত অভিনয়ৰ বাবে পাৰিশ্ৰমিক হিচাপে প্ৰায় ২০ নিযুত ডলাৰ (প্ৰায় ৯০ কোটি টকা)। 'প্ৰিমিয়াৰ' নামৰ আলোচনী খনৰ নিবন্ধকাৰ জেমছ উলমাৰে কয় জুলিয়া ৰবাৰ্টছৰ অকলে তেওঁৰ নামত এখন ছবি নিৰ্মাণ কৰিব পৰা ক্ষমতা আছে। জেমছৰ মতে জুলিয়া থাকিলেই ছবি গৃহত দৰ্শক ভৰি পৰে।

চলচ্চিত্ৰ জগতৰ আটাইতকৈ লোভনীয় সৰ্বোচ্চ আৰু সবাতোকৈ বৰ্ণাঢ্য অনুষ্ঠান হ'ল অস্কাৰ প্ৰদান অনুষ্ঠান। 'কুইন অৱ হলিউড' এই সন্মানেৰে সম্মানিত এই কালৰ সৰ্বাধিক ধন অৰ্জন কাৰী অভিনেত্ৰী জুলিয়া ৰবাৰ্টছ। বিশ্বৰ বহুসমাদৃত. বহু চৰ্চ্চিত 'এৰিন ব্ৰোকোভিচ' ছবিত কৰা অসামান্য অভিনয়ৰ বাবে বিশ্ব চলচ্চিত্ৰৰ আটাইতকৈ দামী অভিনেত্ৰী গৰাকীয়ে লাভ কৰিবলৈ সক্ষম হয় অস্কাৰ। ষ্টিভেন ছডাৰবাৰ্গ পৰিচালিত পৰিবেশ দুষণৰ এটা সত্য কাহিনীৰ ওপৰত আধাৰিত এৰিন ব্ৰোকোভিচত জুলিয়াই নাম ভূমিকাত অভিনয় কৰিছে।

ছবিখনত তেওঁ এনে এগৰাকী মাতৃৰ ভূমিকাত অভিনয় কৰিছে যি কোনোপধ্যেই আপোচ নকৰে অন্যায়ৰ ওচৰত। এৰিন নামৰ এগৰাকী সাহসী মহিলাৰ চৰিত্ৰত জুলিয়াই কৰা অসাধাৰণ অভিনয়ে দৰ্শক- সমালোচক তথা বৌদ্ধিক মহলত দৃষ্টি আকৰ্ষিত কৰিবলৈ সক্ষম হয়। তিনিবাৰকৈ মনোনয়ন লাভ

কৰিও চূড়ান্ত ভোটত প্ৰত্যাখিত হোৱা হলিউডৰ সৰ্বাধিক জনপ্ৰিয় অভিনেত্ৰী গৰাকীয়ে অস্কাৰ বঁটাৰ সোণালী মূৰ্তিটো হাতেৰে খামুচি ধৰি কৈছিল — 'মই বিশ্বক ভাল পাওঁ। মই অত্যন্ত সুখী।'

## লাইট-চাউণ্ড-কেমেৰা-এক্সনৰ বিশ্বত জুলিয়া

তাৰুণ্য আৰু উষ্ণতাৰ প্ৰতীক জুলিয়া ৰবাৰ্টছৰ জন্ম হয় ১৯৬৭ চনৰ ২৪ অক্টোবৰত। শৈশৱৰ পৰাই জুলিয়া আছিল বুদ্ধিমতী পাৰদৰ্শী, গতিশীল আৰু সুন্দৰী। সৰুৰে পৰা অভিনয়ৰ প্ৰতি তেওঁৰ এক আগ্ৰহ আছিল। জুলিয়াৰ মাক-দেউতাকো থিয়েটাৰৰ লগত জড়িত আছিল। আটলাণ্টাৰ সেই সৰু ঘৰখনেই আছিল জুলিয়া ৰবাৰ্টৰ অভিনয়ৰ কঠিয়াতলি। জুলিয়াৰ ককায়েক এৰিক ৰবাৰ্টছ আছিল এজন অভিনেতা। মাত্ৰ ১০ বছৰ বয়সতে জুলিয়াই দেউতাকক হেৰুৱায়। তেওঁলোকৰ পৰিয়ালটো আটলাণ্টা এৰি নিউয়ৰ্ক চহৰলৈ উঠি যায়। সুযোগ সন্ধানী জুলিয়াই আশীৰ দশকত অভিনয়ৰ জগতত ভৰি দিয়ে। ১৯৮৬ চনত তেওঁ 'ব্লাডৰেড' ছবিত সহঃ অভিনেত্ৰী হিচাপে অভিনয় জীৱনৰ পাতনি মেলে। তাৰ পাছত জুলিয়াই 'ক্ৰাইম ষ্টোৰী' (১৯৮৬), 'ফায়াৰ হাউছ' (১৯৮৭), 'বাজ্জা ওকলাহ'মা' (১৯৮৭) আদি ছবিত অভিনয় কৰে। তেওঁ মুখ্য ভূমিকাত অভিনয় কৰা প্ৰথম ছবিখন হ'ল 'মিষ্টিক পিজা' (১৯৮৮)। তেতিয়া জুলিয়াৰ বয়স আছিল ২২ বছৰ। ১৯৮৯ চনত তেওঁ 'ষ্টিল মেগ্নোলিয়াজ' নামৰ ছবিত অভিনয় কৰে। এই ছবিত সুন্দৰ অভিনয়ৰ বাবে তেওঁ অস্কাৰৰ মনোনয়ন পৰ্যন্ত পাইছিল। ১৯৯৯ চনৰ 'প্ৰীটি অমেন' ছবিখনৰ জৰিয়তে জুলিয়া ষ্টাৰ হৈ পৰে। ছবিখনৰ পৰাই জুলিয়াৰ নাম চৰ্চিত হ'বলৈ ধৰে। গেৰী মাৰ্শ্বেলৰ আবেগ মধুৰ ৰোমাণ্টিক আৰু কমেডি যুক্ত ছবি 'প্ৰীটি অমেন'ত ৰিচাৰ্ড গেৰীৰ বিপৰীতে কৰা অসাধাৰণ অভিনয়ৰ বাবে জুলিয়া ৰাতিটোৰ ভিতৰতে ষ্টাৰ হৈ পৰিল। ব্যয়বহুল আৰু ব্যৱসায়িক সফল ছবি প্ৰীটি অমেন'ৰ বাবে হলিউডত ঘোষিত হৈছে জুলিয়াৰ বিজয় গৌৰৱ 'দ্যা ফাষ্টগ্ৰেট ফিমেল ষ্টাৰ ইন টুয়েণ্টি ফাইভ ইয়েৰছ।'

জুলিয়াই অভিনয় কৰা আন এখন জনপ্ৰিয় ছবি হ'ল 'স্লিপিং উইথ দ্য এনিমি' (১৯৯১)। ছবিখনত তেওঁ 'লাৰা' নামৰ এগৰাকী বিবাহিতা মহিলাৰ

ভূমিকাত অভিনয় কৰিছিল। য'ত আছিল স্বামীৰ অত্যাচাৰ, নতুন প্ৰেম আৰু জীৱনৰ ছন্দত জটিলতা। তাৰ মাজতে প্ৰকাশ পাইছে নায়িকাৰ সাহসী পদক্ষেপ।

'প্ৰীটি অমেন'ৰ পাছত জুলিয়াই পাছলৈ ঘূৰি চাব লগা হোৱা নাই। তেওঁৰ নাম আৰু খ্যাতি ধূপৰ সুগন্ধৰ দৰে চৌদিশ বিয়পি পৰিল। তেওঁৰ অভিনয় কৰা আন কেইখনমান উল্লেখযোগ্য ছবি হ'ল হোক (১৯৯১), ডায়িং ইয়ং (১৯৯১), দ্য প্লেয়াৰ (১৯৯২), দ্য পেলিকান ব্ৰীফ (১৯৯৩), প্ৰেট এ পৰটাৰ (১৯৯৪), আই লাভ ট্ৰাবল (১৯৯৪), ছমথিং টু টক এবাউট (১৯৯৫), মাইকেল কলিন্স (১৯৯৬), মেৰি ৰিলী (১৯৯৬), এভ্ৰীৱান ছেইজ আই লাভ ইউ (১৯৯৬), কনছ্পাইৰেচি থিয়ৰী (১৯৯৬), মাইবেষ্ট ফ্ৰেণ্ডছ ৱেডিং (১৯৯৭), ষ্টেপমম (১৯৯৮) ছীচেম ষ্টীট (১৯৯৮), এলমে ছেইজ বো (১৯৯৯), ৰাণ এৱে ব্ৰাইড (১৯৯৯), নাটিং হিল (১৯৯৯) আৰু এৰিন ব্ৰোকোভিচ (২০০০), আমেৰিকাছ চুইটহাৰ্টছ (২০০১)।

জুলিয়া ৰবাৰ্টছৰ এখন জনপ্ৰিয় হিট ছবি হ'ল 'মাই বেষ্ট ফ্ৰেণ্ডছ ৱেডিং'। ছবিখন কমেডিযুক্ত এখন প্ৰেমৰ ছবি। ছবিৰ কেন্দ্ৰীয় চৰিত্ৰত অভিনয় কৰে জুলিয়াই। ছবিখনৰ আৰম্ভণিৰ পৰা শেষলৈকে নিয়ন্ত্ৰণ কৰিছে জুলিয়া ৰবাৰ্টছেই।

হলিউডৰ অন্য এখন ব্যক্তিক্ৰমধৰ্মী ছবি 'ষ্টেপমম'ত জুলিয়াই সুন্দৰ অভিনয় কৰিছে। ছবিখনত কোনো, যুদ্ধ, হিংসা, ধৰ্ষণ, যৌনতা আদি নাই। বৰ্তমান জুলিয়াৰ বয়স ৩৫ বছৰ। এতিয়া আৰু জুলিয়া 'ব্লাড ৰেড'ৰ সেই সাধাৰণ কিশোৰী গৰাকী নহয়। তেওঁৰ দেহত এতিয়া অদমনীয় যৌৱন। ৰং, ৰূপ, গন্ধৰ বিস্ময়কৰ যৌগ হৈ পৰিছে জুলিয়া ৰবাৰ্টছ। আশীৰ দশকৰ মাজভাগত ছবিজগতত প্ৰবেশ কৰা জুলিয়া ৰবাৰ্টছে ১৯৯০ চনৰ প্ৰীটি অমেন' ছবিখনৰ বাবে অস্কাৰ মনোনয়ন পাইছিল। জুলিয়া ৰবাৰ্টছেই হ'ল— হলিউডৰ শক্তিশালী তাৰকা। জুলিয়াৰ ছবি এখনৰ ভাল বজাৰৰ ক্ষেত্ৰত হলিউডত জুলিয়া এক মুখ্য কাৰণ হিচাপে পৰিণত হৈছে।

উল্লেখ্য যে 'এৰিন ব্ৰোকোভিচ'ত কৰা দুৰ্দান্ত অভিনয়ৰ বাবে জুলিয়াই শ্ৰেষ্ঠা অভিনেত্ৰীৰ গল্ডেন গ্ল'ব '২০০০' আৰু 'বফিট' বঁটা লাভ কৰে। এই একেখন ছবিৰ বাবেই তেওঁ অস্কাৰো লাভ কৰে। আজি জুলিয়া যশ-খ্যাতি-ঐশ্বৰ্যৰ চূড়ান্ত শিখৰত। তেওঁ আজি সমষ্ট বিশ্বৰ নয়নৰ মণি। সমষ্ট বিশ্ববাসীৰ হৃদয়ত এটাই নাম জুলিয়া ৰবাৰ্টছ।

# প্ৰেম পৰ্বত জুলিয়া

এজন কবিয়ে কৈছিল — 'নাৰীৰ জীৱনবোৰক লৈ পুৰুষে কেৱল কবিতা, গল্প, উপন্যাস লিখিহে ভাল পায়। বাস্তৱ ক্ষেত্ৰত তেওঁলোকে নাৰীসকলৰ দুখৰ সমভাগী হ'বলৈ নিবিচাৰে।' বহুতে মন্তব্য কৰে পুৰুষহীন জীৱনেই জুলিয়াৰ ৰবাৰ্টছক অসুখী কৰি তুলিছে। এইগৰাকী সুন্দৰী নাৰীয়ে ১৯৯১ চনৰ পৰা ১৯৯৫ বছৰলৈকে সম্পূৰ্ণ পাঁচ বছৰ দুখত দিন কটাইছিল। কিন্তু জুলিয়াৰ ওচৰত কি নাই ? যশ, খ্যাতি, সাফল্য, ঐশ্বৰ্য আৰু এটি আকৰ্ষণীয় দেহৰ জুলিয়াৰ দেহত আছে অপৰ্যাপ্ত যৌৱনৰ মেটমৰা সম্ভাৰ। লাস্যময়ী জুলিয়াৰ অঙ্গে অঙ্গে দুৰন্ত যৌৱনৰ চপল ছন্দ। তেজ যেন গোলাপী সুসমা যুক্ত দেহ। গোলাপৰ দৰে সুকোমল ছোৱালীগৰাকী খৰস্ৰোতা নদীৰ দৰে টগ্‌বগ প্ৰাণ চঞ্চলা।

প্ৰকৃততে সুখ মানুহৰ উপলব্ধিৰ বস্তু। দুখৰ মাজতো যিজনে সুখৰ সন্ধান কৰিব পাৰে তেওঁহে প্ৰকৃততে বিচাৰি পায় এই পৃথিৱীত সুখৰ পথ। বাহ্যিক সুখ কচুপাতৰ পানীৰ দৰে খন্তেকীয়া, আভ্যন্তৰীণ সুখেই হ'ল মানুহৰ জীৱনৰ চৰম সুখ।

জুলিয়া ৰবাৰ্টছৰ ব্যক্তিগত জীৱনৰ বিষয়ে পম খেদি চালে দেখা যায় তেওঁৰ জীৱনত প্ৰেমৰ আগমন ঘটিছে আৰু তেওঁ কেইবাজনো পুৰুষৰ সান্নিধ্যলৈ আহিছে জুলিয়া সুন্দৰী! সুন্দৰী নাৰীবোৰ হেনো সঘনে অসুখী হয়! এসময়ৰ সুন্দৰী অভিনেত্ৰী এলিজাবেথ টেইলৰো সুখী হ'ব পৰা নাছিল। সুখৰ সন্ধানত হাবাথুৰি খাই টেইলৰে আঠ বাৰ বিবাহ-পাশত আৱদ্ধ হৈছিল।

নাৰী হৃদয়ৰ আটাইতকৈ মূল্যবান সম্পদফেৰা হৈছে প্ৰেম। সঁচাকৈয়ে প্ৰেমৰ কি যে মোহিনী আকৰ্ষণ। এজন মানুহৰ জীৱনত প্ৰেম এবাৰেই হয় নে বাৰে বাৰে হয় সেই লৈ বিতৰ্কৰ শেষ নাই। বৰ্তমানৰ প্ৰেমাস্পদৰ প্ৰতি সকলো ব্যক্তিৰে আকৰ্ষণ অধিক।

জুলিয়াৰ সমস্যাৰ বিষয়ে তেওঁৰ এগৰাকী বান্ধৱীয়ে কৈছে — 'জুলিয়াৰ সমস্যাটো হ'ল পুৰুষ। পুৰুষক পছন্দ কৰে তেওঁ, অথচ কোনো পুৰুষকেই বিশ্বাসত ল'ব নোৱাৰে। শৈশৱতে জুলিয়াই মৰমৰ দেউতাকক হেৰুৱায়। সেই সময়ৰ পৰাই বহুতো পুৰুষে তেওঁক বিশ্বাসঘাতকতা কৰি আঁতৰি গৈছে। কিন্তু সমগ্ৰ

জীৱনটো পুৰুষৰ অবিহনে কটাব নোৱাৰি। এজন পুৰুষ খুবেই অপৰিহাৰ্য্য। যি সকলো সময়তে নিৰ্ভৰতা দিব। যিয়ে নিৰ্ভৰতা দিব তাকেই বা বিশ্বাস কৰিবনে? ইমানেই জটিল তেওঁৰ চৰিত্ৰ, যাৰ বাবে এই মনোকষ্ট।'

পুৰুষ আৰু নাৰী পৰস্পৰে পৰস্পৰৰ পৰিপূৰক। পুৰুষৰ অবিহনে নাৰী অৰ্দ্ধ। সেয়ে নাৰী পুৰুষৰ অৰ্দ্ধাঙ্গিনী। এজন পুৰুষৰ বাবে এগৰাকী নাৰী আৰু এগৰাকী নাৰীৰ বাবে এজন পুৰুষ খুবেই প্ৰয়োজন। জুলিয়া ৰবাৰ্টছেও এটা সময়ত অনুভৱ কৰিছিল তেওঁৰ জীৱনত এজন পুৰুষৰ খুবেই প্ৰয়োজন। তেতিয়া জুলিয়াৰ বয়সে কুৰিৰ দেওনা পাৰ হৈছে। ১৯৯০ চন। জুলিয়াৰ জীৱনলৈ অহা পুৰুষজন হ'ল অভিনেতা ফিয়েফাৰ ছাদাৰলেণ্ড। জুলিয়া হৈ পৰিল ফিয়েফাৰ ছাদাৰলেণ্ডৰ হৃদয়ৰ ৰাণী। ১৯৯১ চনত দুয়োৰে বিয়া কৰোৱাৰ সিদ্ধান্ত ল'লে। কিন্তু অৱশেষত বিয়াখন হৈ নুঠিলগৈ। বহু চিত্ৰতাৰকা, প্ৰযোজক, পৰিচালক আৰু বহুতো গণ্য মান্য ভদ্ৰলোকৰ উপস্থিতিত আয়োজিত হৈছিল জুলিয়া-ফিয়েফাৰ বিয়া। দৰা হিচাপে ফিয়েফাৰ আহি বিয়া মণ্ডপত উপস্থিত হৈছিলহি। হঠাৎ জুলিয়াৰ মনৰ পট সলনি হ'ল। ফিয়েফাৰক বিয়া নকৰাও বুলি হলিউডৰ সম্ৰাজ্ঞীয়ে ঘোষণা কৰিলে। এক অগতানুগতিক ঘটনা। ইয়াৰ আঁৰত কোনো গাঢ় ৰহস্য লুকাই নিশ্চয় আছে। প্ৰেয়সী জুলিয়া চিৰকালৰ বাবে ফিয়েফাৰৰ বুকুৰ পৰা আঁতৰি গ'ল।

ইয়াৰ পাছত জুলিয়াৰ জীৱনলৈ কেইবাজনো পুৰুষ আহিছিল। কিন্তু সম্পৰ্ক স্থায়ী নহ'ল। অন্ত পৰে লিয়াম নীচ'ন আৰু জেচন প্ৰেট্ৰিকৰ লগত থকা নিবিড় সম্পৰ্কৰো। ফিয়েফাৰ ছাদাৰলেণ্ডৰ সৈতে বিবাহ বিচ্ছেদ হোৱাৰ সম্পূৰ্ণ দুবছৰৰ পাছত ১৯৯২ চনত 'দ্য প্লেয়াৰ' ছবিৰ জৰিয়তে হলিউডৰ প্ৰখ্যাত গায়ক লাইল ল'ভেটৰ সৈতে জুলিয়াৰ দৃষ্টি বিনিময় হয়। প্ৰথম দৃষ্টিতে দুয়োৰে মাজত প্ৰেম হয়। ১৯৯৩ চনৰ ২৪ জুনত ৩৫ বছৰীয়া লাইল ল'ভেটৰ সৈতে ২৬ বছৰীয়া জুলিয়া ৰবাৰ্টৰ বিবাহ অনুষ্ঠিত হয়। দুখৰ বিষয় যে এই বিবাহ বেছিদিন নিটিকিল। মাত্ৰ বাৰ মাহ। বাৰ মাহ অসুখী দাম্পত্য জীৱন কটোৱাৰ পাছত ১৯৯৫ চনত দুয়োৰে মাজত বিবাহ বিচ্ছেদ হয়।

টেলিভিশ্যন অভিনেতা বেঞ্জামিন ব্ৰেটৰ লগত হলিউডৰ মোহময়ী অভিনেত্ৰী গৰাকীৰ এটা নতুন নিবিড় সম্পৰ্ক গঢ় লৈ উঠে। ১৯৯৭ চনত জুলিয়াই বেঞ্জামিনক প্ৰথম লগ পাইছিল আৰু তাৰ পাছৰ পৰাই দুয়োৰে প্ৰেম অব্যাহত

আছে। দুয়োৰে প্ৰেম কিমান দিন টিকি থাকে সেয়া ভৱিষ্যতৰ হাতত। জুলিয়াৰ নিজৰ ভাষাত — 'বেঞ্জামিন হ'ল এজন হেণ্ডচাম আৰু সহৃদয়বান পুৰুষ। বেঞ্জামিন ব্ৰেটৰ স'তে স্থাপন হোৱা প্ৰেমৰ সম্পৰ্কই তেওঁৰ জীৱনৰ সৰ্বাধিক সুখৰ মুহূৰ্তবোৰ প্ৰদান কৰিছে। দিনটোৰ ২৪ঘণ্টাই আমি দুয়ো সুখত আৰু আনন্দৰ মাজত কটাও। আমি মানসিকভাৱে সম্পূৰ্ণ সুখী।' ব্ৰিটেইনৰ মিৰৰ কাকতত জুলিয়াই কয় — 'এই মুহূৰ্তবোৰ মোৰ জীৱনৰ সৰ্বাধিক সুখৰ, আনন্দৰ মুহূৰ্ত। জীৱনত ইয়াৰ পূৰ্বে ইমান সুখানুভূতি মই কেতিয়াও অনুভৱ কৰা নাছিলো।' আনহাতে জুলিয়াৰ সম্পৰ্কত বেঞ্জামিনে কয়, "জুলিয়াই কেৱল মোক ভাল কাম কৰিবলৈ, মোৰ পেছাত, বন্ধুৰ স'তে মোৰ সম্পৰ্কত অনুপ্ৰেৰণা যোগোৱাই নহয় মোৰ গোটেই জীৱনটোকেই প্ৰভাবিত কৰিছে।"

বেঞ্জামিনৰ স'তে স্থাপন হোৱা সম্পৰ্কৰ ফলতে গায়ক লাইল ল'ভেটৰ স'তে জুলিয়াৰ এবছৰীয়া বৈবাহিক জীৱনৰ অন্ত পৰে। জুলিয়াই কয় 'মই ভৱিষ্যতৰ কথা কেতিয়াও নাভাবো। মই বৰ্তমানৰ বাবেহে জীয়াই থাকো। যি যেতিয়া হ'ব লাগে হ'বই।' অৱশ্যে এই প্ৰেম ৰোমাঞ্চো স্থায়ী নহ'ল।

জুলিয়া ৰবাৰ্টছে শিশু ভাল পায় যদিও নিজে সন্তানৰ মাতৃ হ'ব নিবিচাৰে। পিতৃৰ মৃত্যুৱে তেওঁক আজিও মানসিকভাৱে কষ্ট দিয়ে। জুলিয়াৰ ১০ বছৰ বয়সতে পিতৃ বিয়োগ ঘটিছিল আৰু এই ঘটনাৰ বাবেই তেওঁ হেনো সন্তান নিবিচাৰে। জুলিয়াৰ মতে তেওঁৰ মৃত্যুৰ পাছত তেওঁৰ সন্তানে কষ্ট লাভ কৰক সেই কথা তেওঁ কেতিয়াও কল্পনা কৰিব নোৱাৰে বাবেই সন্তান জন্ম দিব নিবিচাৰে।

সাম্প্ৰতি জুলিয়া ৰবাৰ্টছৰ স'তে ডেনিয়েল ম'ডাৰৰ ৰোমাঞ্চ আৰু বিবাহৰ ঘোষণায়েও চমক সৃষ্টি কৰিছে। ব্ৰেড প্ৰিটৰ লগতো তেওঁৰ প্ৰেম আছিল।

• হলিউড সুন্দৰী জুলিয়া ৰবাৰ্টছক আজি সকলোৱে একেমুখে শ্ৰেষ্ঠা অভিনেত্ৰী বুলি স্বীকাৰ কৰিছে। জুলিয়াক লৈ আমি ভৱিষ্যতে আৰু বহুতো আশা কৰিব পাৰো।



# ডেমী মূৰ

'বিয়াৰ আগতে সকলো ছোৱালীয়ে হ'বলগীয়া স্বামীৰ ওপৰত কৰ্তৃত্ব খটুৱায়, কিন্তু বিয়াৰ পিছত, তেওঁলোকে বশ্যতা স্বীকাৰ কৰি লয়।'

উদ্ধৃতিটো হ'ল জৰ্জ এলিয়ট ছদ্মনামেৰে লিখা 'মিডল মাৰ্চ' নামৰ বিখ্যাত উপন্যাসখনৰ এটি বাক্য আৰু বাক্যটি হ'ল বিট্ৰেইনৰ শ্ৰেষ্ঠ মাধ্যমবোৰে নিৰ্বাচিত কৰা সহস্ৰাব্দৰ শ্ৰেষ্ঠ উদ্ধৃতি। সঁচা কথা ক'বলৈ গ'লে ছোৱালীয়ে ল'ৰাক আৰ্থিক শোষণ কৰে। প্ৰেম কৰি পইচা খায়।

পুৰুষে নাৰীক গঢ় দিয়ে। পুৰুষকো নাৰীয়েই গঢ়ে। নাৰীয়ে যিদৰে বিচাৰে সেইদৰেই পুৰুষক গঢ় দিব পাৰে। নৰ-নাৰীৰ মাজত হোৱা প্ৰেমেই মানৱী প্ৰেমৰ সৰ্বোত্তম ৰূপ। মানৱী প্ৰেমৰ মাজেদিয়েহে ঐশ্বৰিক প্ৰেমক পাব পাৰি। মাডাৰ টেৰেচাই কোৱাৰ দৰে 'বিশ্বাসৰ ফল প্ৰেম, প্ৰেমৰ ফল সেৱা, সেৱা হ'ল শান্তি।'

## নাৰী জীৱন্ত সৌন্দৰ্যৰ নাম

মিছ ইউনিভাৰ্ছ সুস্মিতা সেনে কৈছিল — "The idea of the essence of a woman -- a woman is a gift of God because she gives birth to a human being. A woman shows the man what loving, carring and sharing is all about." তেওঁ আৰু কৈছিল —ভাৰতবৰ্ষ প্ৰেমৰ ৰাষ্ট্ৰ। নানা জনগোষ্ঠীয়ে ভাৰতত বসবাস কৰে, প্ৰেমৰ মাজতে নিহিত হৈ আছে ভাৰতৰ চৈতন্য'।

সুন্দৰ ৰূপ-লাৱণ্য, তেজাল মন আৰু অসাধাৰণ অনুভূতিৰ এক বিস্ময়কৰ যৌগ হ'ল ভাৰতীয় নাৰী। 'শ্ব'-মেন প্ৰীতিশ নন্দীয়ে কৈছে —

'....সুন্দৰী নাৰীবোৰ ভাল লাগে। পছন্দ কৰো তেওঁলোকৰ লগত সময় কটাবলৈ। .... নাৰী অৱশ্যেই বহুগুণে অধিক আকৰ্ষণীয়, প্ৰাণসঞ্চাৰী, প্ৰাণ চাঞ্চল্য, পুৰুষৰ তুলনাত।

সৌন্দৰ্য আৰু প্ৰেম দুয়োটি পৰিপূৰক সত্ত্বা; কিন্তু প্ৰেম মানেই বা সৌন্দৰ্য মানেই মাথোন কুগুতকটা এটি তেজাল আপাদমস্তকৰ সমষ্টি নহয়। কায়িক সৌন্দৰ্যৰে মাথো এজন মানুহ ধুনীয়া হ'ব নোৱাৰে। সৌন্দৰ্য ৰসিক Ninon DEL Engles-য়ে সৌন্দৰ্যৰ সংজ্ঞা দিবলৈ গৈ কৈছে — 'That which is striking and beautiful is not always good, but that which is good is always beautiful.' দেহৰ সৌন্দৰ্যৰ লগত মনৰ সৌন্দৰ্য তথা ব্যক্তিত্ব আৰু বুদ্ধিমত্তাৰ কথাটোও সাঙোৰ খাই আছে। অকল আকৰ্ষণীয় 'ফিগাৰ' এটাই আপাত দৃষ্টিত সৌন্দৰ্য নহয়।' সৌন্দৰ্যৰ লগত হাস্যবদনা আবেদন, অফুৰন্ত প্ৰাণশক্তি, উদ্দীপনাময়ী, তীক্ষ্ণ বুদ্ধি সম্পন্না, প্ৰশস্ত আদি দিশো সাঙোৰ খাই আছে।

প্ৰশ্ন হয় সৌন্দৰ্য বাৰু ক'ত থাকে? ভাৰতীয় দৰ্শন মতে 'সত্যম শিৱম্ সুন্দৰম্'! সত্য সদায় সুন্দৰ। কীট্‌ছৰ ভাষাত— Beauty is truth, truth is beauty....সত্যই সুন্দৰ সুন্দৰেই সত্য।

ঈৰ্ষণীয়ভাবে নিখুঁত ধুনীয়া নাৰী এগৰাকীৰ শৰীৰ এটি সকলোৰে বাব আদৰণীয়। শৰীৰতো প্ৰকৃতিপ্ৰদত্ত। সেইদৰে পৃথিৱীক যিমান সুন্দৰ বুলি ভবা হয় তাতকৈ পৃথিৱী বহু বেছি সুন্দৰ বুলি কবিসকলৰ ধাৰণা। নাৰীৰ ওচৰত সৌন্দৰ্য থুঁপ খাই থকাৰ দৰে সৌন্দৰ্য লুকাই থাকে পাহাৰৰ দেহৰ ভাঁজত। সেয়ে মানুহৰ দুচকু শান্ত হয় নাৰীৰ দৰেই নৈ, জান, জুৰি, সাগৰ, পাহাৰ-পৰ্বতৰ ভাঁজত। এজন প্ৰখ্যাত শিল্পীয়ে কৈছিল—

'নাৰীৰ দেহত, সমুদ্ৰৰ ঢৌত অথবা পৰ্বত শ্ৰেণীত একেধৰণেই ছন্দ আছে।' যি ছন্দত পুৰুষ বন্দী হয়। নাৰী দেহৰ ছন্দোবদ্ধতাই যুগে যুগে শিল্পীৰ সৃষ্টিৰ উপজীব্য ৰূপে চিহ্নিত হৈ আহিছে। প্ৰসঙ্গক্ৰমে বিশ্ববৰেণ্য খনিকৰ শিল্পী পাবলো পিকাছো, ভান গখ, মাইকেল এঞ্জেলো, লিঅ'নাৰ্ড দ্য ভিঞ্চি আদিৰ নাম উল্লেখ কৰিব পাৰি— যাৰ অনুপম সৃষ্টিসমূহ আজিও পৃথিৱীৰ শিল্পী জাতিৰ অক্ষয় কবচ হিচাপে বিদ্যমান।

আমাৰ দেশত ন্যুড চিত্ৰ দেখি মিছিল প্ৰতিবাদ কৰা মানুহৰ আকাল নহ'ব। সৌন্দৰ্যবোধ বা সৌন্দৰ্য চেতনা সকলো মানুহৰে একে নহয়। আগষ্ট ৰঁডাৰ 'দ্য কীছ' ভাস্কৰ্যটো দেখিলে আমি যৌনতাৰ দৃষ্টিৰে নাচাই প্ৰকৃত সৌন্দৰ্যৰ দৃষ্টিৰেও চাব পাৰো। ভেলাচকেথেৰ 'দ্য ৰোকবি ভেনাচ' বা ৰুয়েনচৰ 'জাজমেণ্ট অব্

পেৰিচ'ক আমি অশ্লীলতা বুলি গণ্য নকৰি কলাসুলভ কমেণ্ট এটাও দিব পাৰো। প্ৰকৃত কথা হ'ল শিল্পীয়ে নাৰীৰ সৌন্দৰ্যক কামুকতাৰ দৃষ্টিৰে নাচায়।

বহুজনৰ দৃষ্টিত পুৰুষৰ ওচৰত নাৰী মাত্ৰ নিদ্ৰাৰ ঔষধ। আজিৰ যুগত নাৰী মাত্ৰ নিদ্ৰাৰ ঔষধ নহয়। নাৰী তেজস্বিনী। পুৰুষৰ জীৱনৰ নিৰ্মল আশ্ৰয় নাৰী। নাৰী সৃষ্টি স্থিতি। নাৰীয়ে নিজকে সুন্দৰী কৰি ৰাখিব বিচাৰে আৰু ৰূপৰ চমকেৰে পুৰুষক 'ভেৰাঁ' বনাব পাৰে।

সৌন্দৰ্য হ'ল মানুহৰ এক গভীৰ উপলব্ধিৰ ভাবমূৰ্তি। সৌন্দৰ্যৰ মহিমাই মানুহৰ মনোৰাজ্যত আলোড়ন তুলি মানুহৰ অনুভূতি জাগৃত কৰে। নাৰীৰ সৌন্দৰ্যই কোনো সৃষ্টিকাৰী লিখকৰ লিখনিৰ আধাৰ হৈ পৰে। কোনো কবিৰ কবিতা হৈ পৰে, কোনো শিল্পীৰ ক্ষেত্ৰত হৈ পৰে তুলিকা। নাৰীৰ সৌন্দৰ্যই পুৰুষৰ মনোৰাজ্যত সৃষ্টি কৰে ভাবৰ হিল্লোল। নাৰীৰ সৌন্দৰ্য মাত্ৰ পুৰুষক আকৰ্ষণ কৰাৰ নিমিত্তেই সীমাবদ্ধ থকা উচিত নহয়। সৌন্দৰ্যৰ আধুনিক ধাৰণাৰ পোহৰত আজিৰ নাৰীয়ে নিজৰ সৌন্দৰ্য সত্তাক সহজে আলোকিত কৰিব পাৰিছে। বহু নাৰীৰ ৰূপ চৰ্চাৰ মূল বিন্দুয়েই হ'ল পুৰুষ।

নাৰী জাতিৰ অবিহনে জানো পৃথিৱীৰ সৃষ্টিৰ সম্ভাৱনাক কল্পনা কৰিব পাৰি? প্ৰকৃততে পৃথিৱীখনিক যিয়ে ইমান মায়াময়, ইমান সুন্দৰ আৰু ইমান বৈচিত্ৰ্যময় কৰি ৰাখিব পাৰিছে তাৰ ভিতৰত নাৰীও অন্যতম। অমৃতা প্ৰীতম, মহাশ্বেতা দেৱী, কিৰণবেদী, অৰুন্ধতী ৰয়, তছলিমা নাছৰিণ, মেধা পাটেকাৰ আদি নাৰীয়ে— তাৰুণ্য বজাই ৰাখিছে — য'ত দেহৰ সৌন্দৰ্যতকৈ মনৰ সৌন্দৰ্যইহে প্ৰাধান্য পাইছে। Franz Kafka ই কৈছে — 'Youth is happy because he has the ability to see beauty. Anyone who keeps the ability to see bauty never grows old.' 'এজন যুৱক বা এগৰাকী যুৱতী বেছি সুখী, কিয়নো সৌন্দৰ্যক তেওঁলোকে উপভোগ কৰিব পাৰে, সৌন্দৰ্যক উপভোগ কৰিবলৈ যিয়ে বেছি সক্ষম তেওঁ কেতিয়াও বৃদ্ধৰ শাৰীত নপৰে।'

## ৰূপালী আকাশৰ নক্ষত্ৰ —ডেমী

হলিউড এক স্বপ্নৰ নগৰ। গ্লেমাৰ সৃষ্টিৰ এক কাৰখানা। বিশ্বৰ চিনে জগতৰ সৰ্বাধিক পাৰিশ্ৰমিক লাভ কৰা হলিউডৰ বিতৰ্কিত প্ৰতিভাশালী অভিনেত্ৰী সৰ্বত্ৰ

পৰিচিত 'প্ৰেমাৰ গাৰ্ল' ডেমী মূৰ। চিৰস্থায়ী হাঁহি, মোহনীয় ব্যক্তিত্বৰে আনক নিজৰ মোহপাশেৰে বান্ধি ল'ব পৰা ক্ষমতাৰ অধিকাৰী হলিউডৰ অগ্ৰণী হিৰ'ইন 'ছেন্স গডেছ' গৰাকীয়ে হ'ল— ডেমী মূৰ। .... ডেমী হলিউডৰ এগৰাকী শ্ৰেষ্ঠা তথা বিতৰ্কিত অভিনেত্ৰী। বিভিন্ন ধৰণৰ চৰিত্ৰত সু-অভিনয় কৰি তেওঁ দৰ্শকৰ মাজত এখন বিশিষ্ট আসন দখল কৰি লৈছে। নিজৰ অভিনয়ৰ প্ৰতি ডেমী যথেষ্ট সাবধান। ডেমীৰ অভিনয়ৰ প্ৰতিভা সম্বন্ধে এতিয়া কাৰো মনত সন্দেহ নাই। তেওঁৰ 'লাইফ ষ্টাইল'ৰ ওপৰত বহুতো গধুৰ লিখনি ইতিমধ্যে প্ৰকাশ পাইছে।

## পৃথিৱীৰ কবিতা নাৰী

হাৰ্গনেভে কৈছিল—

'তৰাবিলাক আকাশৰ কবিতা
পৃথিৱীৰ কবিতা নাৰী।'

এটি কোমল কবিতাৰ দৰে জ্যোতিৰ্ময়ী ডেমীৰ শৰীৰ। তেওঁ তন্বী, লাহী দীৰ্ঘদেহী। দীঘল চানেকীয়া মুখ, পদুমৰ দৰে চকু, উজ্জ্বল চকুৰ পতা, সৰু সঙ্কুচিত কপাল, জোঙা নাক, থুতৰি, ধেনুভিৰীয়া বৈ পৰা চেলাউৰি, খোজত ছন্দৰ তৰঙ্গ — মুঠতে কবিৰ দৃষ্টিত ডেমী পৃথিৱীৰ কবিতা! .... বৰ্তমান জনপ্ৰিয়তাৰ তুংগত আৰোহন কৰা হলিউডৰ অভিনয় জগতৰ ৰাণী ডেমী মূৰ সঁচাকৈয়ে ধুনীয়া বুদ্ধিমতী অভিনেত্ৰী। যাৰ ৰূপৰ কোনো তুলনা নাই। সম্প্ৰতি দুকুৰিৰ ডেওনা পাৰ হোৱা ডেমীৰ সৌন্দৰ্যত আজিও বহুজন পুৰুষ পঞ্চমুখ।

জীৱনৰ আদি কালছোৱাত ডেমীৰ জীৱন বৰ সুখৰ নাছিল। সেই কালছোৱা তেওঁৰ বাবে আছিল ধূসৰ-পঙ্কিলময়। দুখ, বেদনা, নিসংগতা, ধূলিৰে ধূসৰিত তেওঁৰ 'প্ৰ'ফাইল'।

ডেমীৰ দেউতাকে চাকৰি সূত্ৰে পৰিয়ালসহ প্ৰায় ভালেমান দিন বিভিন্ন ঠাইত অতিবাহিত কৰিছিল। দেউতাকৰ চাকৰিটো আছিল বিজ্ঞাপন কোম্পানীৰ। চাকৰিসূত্ৰে দেউতাকে পৰিয়ালসহ এখন এখনকৈ প্ৰায় দুকুৰি দহখনমান চহৰত ঘূৰি ফুৰি চাকৰি কৰিব লগাত পৰিছিল। দেউতাকৰ এনে কাৰ্যত বেমাৰী মাক বেলেগে দক্ষিণ হলিউডত থাকিবলৈ লৈছিল।

ডেমীৰ বয়সে তেতিয়া কুৰিৰ ডেওনা স্পৰ্শ কৰো কৰো। দেহত অদমনীয় ৰূপ-যৌৱন। যৌৱনে আমনি কৰাৰ সময়। হঠাতে এদিন ডেমীয়ে গম পালে দেউতাকে আত্মহত্যা কৰিছে। স্বামীৰ সৈতে বিচ্ছেদ, বিৰহ, স্বামী মৃত্যু আদিৰ জ্বালা-যন্ত্ৰণা সহিব নোৱাৰি বেমাৰী মাক এদিন এলকহলিক হৈ পৰিল। এদিন ডেমীৰ মাকো পৃথিৱীৰ বুকুৰ পৰা হেৰাই গ'ল। মাথোন জীয়াই থাকিল ডেমী মূৰ। হয়তো — হলিউডৰ চিনে জগতত খলকনি সৃষ্টি কৰিবলৈ, বক্স অফিচ গৰম কৰিবলৈ, অভিনয়ৰ ছন্দৰে জনগণক বান্ধি ৰাখিবলৈ, দেহ আৰু মনৰ সৌন্দৰ্যৰে সংবাদ মাধ্যম ৰমৰমা কৰিবলৈ। শেষলৈ ডেমীয়ে লাভ কৰা জনপ্ৰিয়তা আৰু 'ষ্টাৰ ইমেজ' আন কাৰো কপালত হয়তো ঘটা নাই!

ডেমীৰ ফিজিকটো আছিল কিশোৰীৰ পৰাই ধুনীয়া। সকলোকে পাগল কৰিব পৰা এটি আকৰ্ষণীয় 'ফিগাৰ' ডেমীৰ দেহত বিদ্যমান। তেতিয়া ডেমীৰ বয়স আছিল ১৫ বছৰ। হাইস্কুলীয়া শিক্ষাৰ ইতিমধ্যে ইতি পেলাইছে। ডেমীক তেতিয়াই বয়স অনুপাতে প্ৰয়োজনতকৈ বেছি স্মাৰ্ট যেন লাগে। কথা কোৱাৰ ভংগী, খোজ কাটলত স্মাৰ্টনেছ, মুঠতে সকলো দিশতে আপ-টু-ডেট। সেই সময়ত ডেমী ব্যস্ত হ'ল জীৱিকাৰ সন্ধানত। যিটো সময়ত যৌৱনৰ সপোন দেখাৰ সময়। ডেমীয়ে ছফ্‌ট পৰ্ণো আলোচনীৰ বাবে কেমেৰাৰ সন্মুখত নগ্ন হৈ ধৰা দিলে ডেমী বিখ্যাত হৈ পৰিল। পলকতে, হাতলৈ ধনো আহিল ভবাতকৈ বেছি।

## চেল্যুলয়ডৰ জগতত ডেমী

শৈশৱৰ পৰাই ডেমীয়ে অভিনয়ৰ সপোন দেখি আহিছিল। ১৯৮২ চনত ছ'প অপেৰা জেনেৰেল হস্পিটেল'ত ডেমীয়ে অভিনয় কৰাৰ সুযোগ পালে। অৱশ্যে ডেমীয়ে অভিনয় কৰাৰ প্ৰথম সুযোগ লাভ কৰে 'ছেণ্ট এলমজ ফায়াৰ' ছবিত। তাৰ পাছত ডেমীয়ে 'ব্লেম ইট অন ৰায়ো' (ছফ্‌ট পৰ্ণো ছবি), 'এবাউট লাষ্ট নাইট', আদি 'বি গ্ৰেড' ছবিত অভিনয় কৰাৰ সুযোগ গ্ৰহণ কৰি ডেমীয়ে বেছ সাহসিকতাৰ পৰিচয় দিয়ে। তাৰ পাছত ডেমী ক্ৰমে উন্নতিৰ জখলাত দোপতদোপে উঠি গ'ল। তেওঁ ইতিমধ্যে অভিনয় প্ৰতিভাৰ যোগেৰে হলিউড ছবিজগতত এখন নিজস্ব আসন সৃষ্টি কৰি ল'লে। ডেমী হ'ল হলিউডৰ এনে এগৰাকী অভিনেত্ৰী যি জনগণৰ মাজত হৈ-চৈৰ সৃষ্টি কৰি ভাল পায়। সদ্য যৌৱনা গাভৰু ডেমীয়ে

'ভেনিটি ফেযাৰ' নামৰ ইংৰাজী আলোচনীখনৰ বেটুপাতৰ ছবিত প্ৰেগনেণ্ট অৱস্থাত নগ্ন হৈ ওলাই সমগ্ৰ বিশ্বতে হৈ-চৈ লগাইছিল। ডেমী আছিল সদায় ব্যতিক্ৰম। অন্য এবাৰ 'ভেনিটি ফেয়াৰ'ৰ বেটুপাতত কোনো ব্ৰা বা অন্তৰ্বাস নোহোৱাকৈ সম্পূৰ্ণ নগ্ন দেহত ৰং কৰি ওলাইছিল।

১৯৯০চনত মুক্তি পোৱা 'ঘোষ্ট' নামৰ ছবিখনে ডেমীক নিশাটোৰ ভিতৰতে 'হিট' কৰি তুলিলে। বহু সমালোচকে ঘোষ্ট ছবিখনকে ডেমীৰ জীৱনৰ 'টাৰ্নিং পইণ্ট' বুলি ক'ব বিচাৰে। যিখন ছবিত ডেমীয়ে পাৰিশ্ৰমিক পাইছিল ৩০৫ নিযুত ডলাৰ। আজিৰ যুগত ষ্টাৰৰ চিনাকি দিয়া বা লোৱা হয় পাৰিশ্ৰমিকৰ অংকেৰে। তাৰোপৰি 'এ ফিউ গুড মেন', 'ইণ্ডিচেণ্ট প্ৰপোজেল' আদি ডেমীৰ ছুপাৰ-ডুপাৰ হিট ছবি।

উল্লেখ্যযোগ্য যে 'চেণ্ট এলমজ ফায়াৰ' নামৰ ছবিখনত অভিনয় কৰাৰ সময়ত ডেমী মদ আৰু কোকেইনৰ প্ৰতি তীব্ৰ আকৰ্ষিত হৈ পৰিছিল। তেওঁ মদ আৰু কোকেইনৰ প্ৰতি ইমানেই আকৰ্ষিত হৈ পৰিছিল যে তেওঁক চিকিৎসালয়ত ভৰ্ত্তি কৰাবলগীয়া হৈছিল। অৱশেষত পৰিচালকৰ সাৱধানবাণী শুনাৰ পাছতহে তেওঁ মদ-কোকেইনৰ পৰা বিৰত হয়। আগতে কৈ অহা হৈছে যে ডেমী আছিল অত্যন্ত সাহসী অভিনেত্ৰী। তেওঁ সদায় সাহসী, বিতৰ্কিতা হৈ থাকিবলৈ ভাল পায়। ডেমীৰ দ্বাৰা অভিহীত ছবি বা ফটোগ্ৰাফিয়ে তেওঁক বিতৰ্কৰ শাৰীলৈ আনে। 'ডিজক্লেজাৰ' ডেমীৰ অভিনীত আন এখন বিতৰ্কিত ছবি।

## ষ্টিপটিজ

ডেমী মূৰৰ দ্বাৰা অভিনীত আটাইতকৈ বিতৰ্কিত ছবিখন হ'ল 'ষ্টিপটিজ'। ডেমীয়ে ছবিখনত অভিনয় কৰিছে আমেৰিকাৰ এগৰাকী ষ্টিপটিজৰ চৰিত্ৰত। চৰিত্ৰটো হুলস্থূলীয়া। ডেমীয়ে ছবিখনৰ বাবে মূৰৰ চুলি খুৰাই লৈছিল। ষ্টিপটিজ হ'ল নাৰীৰ প্ৰাধান্য থকা এখন বিতৰ্কিত ছবি। ছবিখনত একাধিক দৃশ্যত ডেমীক দেখা পোৱা যায় টপলেছ ৰূপত। ষ্টিপটিজৰ এটি নগ্ন দৃশ্যৰ বাবে ডেমীয়ে ভাৰতীয় হিচাপত প্ৰায় ৫০ কোটি টকা অৰ্জন কৰে। ছবিখনত ডেমীয়ে নগ্ন বা অৰ্ধনগ্ন দৃশ্যৰ ফুটেজ আৰু গুৰুত্ব অনুযায়ী পাৰিশ্ৰমিক লৈছিল। ষ্টিপটিজত অভিনয়ৰ বাবে ডেমীয়ে প্ৰযোজক মাইক লোবেলৰ পৰা লাভ কৰিছিল ১২.৫ মিলিয়ন

আমেৰিকান ডলাৰ। উক্ত পাৰিশ্ৰমিক হলিউডৰ ছবিজগতৰ এক ইতিহাস। এতিয়ালৈকে ইমান পাৰিশ্ৰমিক কোনো হলিউডৰ অভিনেত্ৰীয়ে পোৱা নাই। ডেমীৰ ভাষাৰে চিত্ৰনাট্যৰ দোহাই দি বহু প্ৰযোজক-পৰিচালকৰ ওচৰত নিজকে বিক্ৰী কৰাতকৈ ছবিখন কিমান অনাবৃত দৃশ্য থাকিব, সেই অনুযায়ী আগতীয়াকৈ চুক্তিপত্ৰ কৰি লোৱাটো বুদ্ধিমানৰ কাম। উল্লেখযোগ্য যে ডেমীয়েই হ'ল সৰ্বাধিক পাৰিশ্ৰমিক অৰ্জন কৰা হলিউডৰ চৰ্চিতা অভিনেত্ৰী। ষ্টিপটিজৰ চৰিত্ৰটোত অভিনয় কৰিবলৈ পোৱাটো ডেমীৰ বাবে এক আনন্দৰ বিষয়। ষ্টিপটিজৰ ডেমীৰ অভিনয় দৰ্শকে কেতিয়াও পাহৰিব নোৱাৰে। ষ্টিপটিজৰ ডেমীৰ অভিনয় দেখি ভাব হয় যেন সেই চৰিত্ৰটোত ডেমীৰ বাহিৰে অইনক কল্পনাই কৰিব নোৱাৰি।

## মৰম বিলাবা-হৃদয় নিবিলাবা

জীৱশ্ৰেষ্ঠ মানৱৰ বুকুত সৃষ্টিৰ আদিম পাতনিতেই বিধাতাই প্ৰেমৰ কঠিয়া সিঁচিছিল। প্ৰেমৰ কোনো সংজ্ঞা নাই। এপাহ ফুলক যি নামেৰেই মাতে সেই নামেৰে সুবাস বিলায়— সেইদৰে প্ৰেমকো যি নামেৰেই মাতে সেই নামেৰেই প্ৰেম চিৰস্মৰণীয় .... চিৰবন্দিত....।

প্ৰেম হ'ল নৰ-নাৰীৰ এক গভীৰ আত্মিক মিলন। প্ৰেমে মানুহক নৱ জীৱনৰ সন্ধান দিয়ে। দুখন অন্তৰৰ পবিত্ৰ মিলনেই প্ৰেমৰ সৃষ্টি। যিবিলাক মানুহৰ অন্তৰ আকাশৰ দৰে বিশাল, যাৰ অনুভৱ কৰিব পৰা এখন কোমল হৃদয় থাকে তেওঁ সঘনে প্ৰেমত বন্দী হয়। মৰম বস্তুটো ভগৱানৰ প্ৰসাদৰ দৰে বিলাব পৰা যায়। 'বাঁটিলৈ আঁটি যায়' কথাটো মৰমৰ ক্ষেত্ৰতো খাটে। ৰবৰ বা ইলাষ্টিকৰ দৰে যিমানে বিলোৱা যায় বা টনা যায় সিমানে প্ৰসাৰতা বৃদ্ধি পায়। এই পৃথিৱীত মৰমৰ বাহিৰে ডাঙৰ আৰু মহান বস্তু একোৱে নাই। কিন্তু হৃদয়! প্ৰকৃতাৰ্থত হৃদয় এজনৰ লগতহে শ্বেয়াৰ হয়, হ'ব লাগে।

প্ৰেম মানুহৰ জীৱনৰ এটি অবিচ্ছেদ্য অংশ বিশেষ। প্ৰেম বিনিময়ৰ কোনো বয়স নাই। উচ্চ-নীচৰ কোনো স্থান নাই। প্ৰকৃত প্ৰেম হৃদয়ৰ গভীৰতাত প্ৰবাহিত হৈ থাকে। প্ৰকৃত প্ৰেমে মানুহৰ অন্তৰত মানসিক প্ৰশান্তি আৰু মন প্ৰফুল্লিত কৰি ৰাখে। দেখা যায় যে প্ৰেম নকৰা অবিবাহিতাসকল বিবাহিতাসকলতকৈ বেছি অসুখত ভোগে।

## প্ৰেমৰ চৰ্ত

প্ৰেমে কোনো চৰ্ত নামানে। মনোবিজ্ঞানীসকলে অৱশ্যে প্ৰেমত পৰা বা প্ৰেম কৰা সকলৰ বাবে দুটামান চৰ্ত বান্ধি দিছে। চৰ্তকেইটা হ'ল—

১। নাৰীৰ প্ৰেম জীৱনৰ এক স্বাভাৱিক প্ৰক্ৰিয়া। গতিকে বয়স অনুপাতে প্ৰত্যেকজন হৃদয়বান মানুহে নিজৰ আপোনজনৰ সৈতে (পৰিয়ালৰ বাহিৰে) গোপনে যিকোনো সম্পৰ্ক ৰাখিব বিচাৰে।

২। প্ৰত্যেক নৰ-নাৰীয়ে কৈশোৰ কালৰে পৰা মনৰ অন্তঃপ্ৰদেশত এজন কাল্পনিক ব্যক্তিৰ চিত্ৰ অংকিত কৰি ৰাখে আৰু প্ৰেমত পৰাৰ কল্পনা কৰে।

৩। কোনো সামাজিক পৰিবেশ বা পৰিস্থিতি, উৎসৱ অনুষ্ঠান আদিতো মানুহৰ ব্যক্তিত্ব, আচাৰ-ব্যৱহাৰ, কথা কোৱা বা খোজ কঢ়াৰ ভংগী আদিৰ জৰিয়তে সাধাৰণতে প্ৰত্যেক মানুহৰ অন্তৰত প্ৰেমৰ পুলকভাব জাগিব পাৰে।

৪। মনৰ তুলিকাত কল্পনাৰ ৰহনেৰে অংকিত ব্যক্তিৰ ছবিখন যদি হঠাতে কোনো ব্যক্তিৰ সৈতে বাস্তৱ জীৱনত মিলি যায়, তেতিয়া হয়তো প্ৰেমৰ বীজ হৃদয়ত অংকুৰিত হ'ব পাৰে।

প্ৰেম মানে আচলতে মনৰ মিল। দুজনৰ মাজত গভীৰ বিশ্বাস, বুজাপৰা আৰু মনৰ মিলন অবিহনে প্ৰেম হ'ব নোৱাৰে। প্ৰেম বৰ বিশাল। এগৰাকী সুন্দৰী তৰুণী যুৱতী দেখিলে প্ৰত্যেক মানুহে প্ৰেমত পৰে বা পৰিব পাৰে।

## প্ৰেম পৰ্বত ডেমী

প্ৰথম প্ৰেম সকলো মানুহৰ কম-বেছি পৰিমাণে থাকেই। আমাৰ হলিউড সুন্দৰী ডেমী মূৰৰ জীৱনলৈও প্ৰথম প্ৰেম আহিছিল। 'সৰগৰ পৰী' গ্লেমাৰ পূৰ্ণ চিনে তাৰকা ডেমী মূৰ—যাৰ বাবে বহু যুৱকে নিজকে বিলীন কৰি দিব পাৰে। স্বাভাৱিকভাবেই সুন্দৰী অভিনেত্ৰীগৰাকীৰ প্ৰতি ভালেমান পুৰুষ আকৰ্ষিত হৈছিল। প্ৰথম দৰ্শনতে প্ৰেমত পৰি পাছত মোহ ভংগ হোৱাৰ ঘটনাও ডেমীৰ জীৱনত ঘটিছে।

যৌৱনে আনি দিয়ে জীৱনলৈ ৰঙীন দিনৰ স্বপ্ন-- অফুৰন্ত কৰ্ম প্ৰেৰণা। যৌৱনে আনি দিয়ে জীৱনক সুন্দৰকৈ সজোৱাৰ দুৰন্ত বাসনা। যৌৱনেই জীৱনৰ

এনেকুৱা এক সময় য'ত নাৰী-পুৰুষ পৰস্পৰে পৰস্পৰৰ প্ৰতি আগ্ৰহী আৰু কৌতূহলী হৈ পৰে। ডেমীক যৌৱনে বহু দিছে আৰু বহু নিছে। শেৰ শ্বায়েৰীত শোনা যায় —

'খোদাই জীৱন দিছে যেতিয়া
জীয়াই থাকিবলৈ শিকা
ভাগ্যৰ বলত হৃদয় মিলিছে যেতিয়া
প্ৰেম কৰিবলৈ শিকা।'

'প্ৰেম' এক অনুভৱী সত্বা। প্ৰেম এনে এক অনুভৱ যাক অনুভৱহে কৰিব পাৰি প্ৰকাশ কৰিব নোৱাৰি কলমৰ ভাষাৰে। প্ৰখ্যাত লেখিকা মামনি ৰয়ছম গোস্বামীয়ে কৈছে—

'প্ৰেমে বাধাহীন হৈ অনুভৱ নকৰে অন্য পৃথিৱীৰ অস্তিত্ব। প্ৰেমিক-প্ৰেমিকা আৰু স্বৰ্গীয় অনুভূতিৰে তেওঁলোকৰ জগতখন সমৃদ্ধ।'

প্ৰেম মানে নিজকে বিলাই দিয়া। ইয়াত আৰু থাকে ব্যক্তিগত আবেগ। আনৰ দুখ নিজৰ বুলি অনুভৱ কৰি সেই দুখ দূৰ কৰা ইচ্ছাৰ পৰা উৎপন্ন হয় কৰুণা। প্ৰেম মানে সুখ, আনন্দ, জীৱনৰ সৌন্দৰ্য উপভোগৰ এক চিৰন্তন প্ৰক্ৰিয়া। প্ৰেম হ'ল আশা, জীয়াই থকাৰ প্ৰেৰণা, জীৱনত উন্নতি কৰা সাধনা।

প্ৰেম হৈছে মহানতা, যিয়ে মানুহৰ মমতা আৰু সহৃদয়তাক গৌৰৱান্বিত কৰে। প্ৰেমে হৃদয়ৰ লগত হৃদয়ৰ, মানুহৰ লগত মানুহৰ সংযোগ ঘটায়। প্ৰকৃত প্ৰেমে মানুহৰ আত্মাক এনেকুৱা এক পবিত্ৰতা প্ৰদান কৰে যে মানুহ ৰূপান্তৰিত হয় ঈশ্বৰলৈ।

ডেমীৰ প্ৰথম জীৱন সংগী হ'ল ব্ৰিটিছ গায়ক 'ফেডী মূৰ'। অৱশ্যে দুয়োৰে বিবাহ বান্ধোন বেছি দিন নিটিকিল। বিবাহৰ তিনি বছৰৰ পিছতে দুয়োৰে মাজত মনোমালিন্য ঘটে আৰু বিবাহ বিচ্ছেদ ঘটে।

প্ৰথম বিবাহ বিচ্ছেদৰ পিছত ডেমী, দ্বিতীয় বাৰৰ কাৰণে বিয়াত বহে ১৯৮৭ চনত 'ডাই হাৰ্ড' খ্যাত ব্ৰুছ উইলছৰ লগত। কিন্তু এই সংসাৰ বেছি দিন নিটিকিল। অৱশ্যে স্বামী ব্ৰুছ উইলছৰ স'তে ডেমিৰ এতিয়াও বন্ধুত্ব আছে। ডেমিয়ে তেওঁৰ তিনিগৰাকী কন্যা ৰুমাৰ, স্কাউট, তাল্লুলাহ আৰু স্বামী ব্ৰুছৰ

স'তে লছ এঞ্জেলছত 'ফেমিলী হলিদে' উপভোগ কৰে। ডেমিয়ে কয় যে তেওঁৰ তিনিগৰাকী কন্যাই পিতৃ ব্ৰুছক বৰ ভাল পায় আৰু ব্ৰুছেও সিহঁতৰ যত্ন লয়।' 'বিবাহ-বিচ্ছেদৰ পাছতো ছোৱালী কেইজনীয়ে সিহঁতৰ দেউতাকৰ সান্নিধ্যৰ অভাৱ কেতিয়াও অনুভৱ কৰা নাই। ব্ৰুছে সিহঁতক প্ৰায় সংগ দিয়ে।' ডেমিয়ে লগতে কয় যে তিনিগৰাকী কন্যাৰ মাতৃ হিচাপে তেওঁ যথেষ্ট সুখী।

প্ৰাক্তন স্বামী ব্ৰুছ উইলছত কৈ এক দুৰ্দান্ত সঙ্গী বিচাৰি পাইছে ডেমী মূৰে। সেই মনৰ মানুহজন হ'ল — "ৰেড হট চিলি" নামৰ ৰক গ্ৰুপৰ ৰেপাৰ এন্থনী কাইয়েডিছ।

হলিউডৰ দৰে চলচ্চিত্ৰৰ ৰম্যপুৰীত নিৰ্মিত ছবিৰ প্ৰধান বিষয়বস্তু হৈ পৰিছে প্ৰেম। 'টাইটানিক'ৰ সেই অমৰ প্ৰেম কাহিনী, য'ত ৰোমাণ্টিক যুতি ৰোজ আৰু জেক আজিৰ যুঁৱক-যুৱতীৰ হিয়াৰ আমঠু। কেতিয়াবা প্ৰেমৰ বিৰহ বেদনাই মানুহক লৈ যায় মৃত্যুৰ পথলৈ। বিচ্ছেদৰ বিৰহত লাইলা-মজনু বা ৰোমিঅ'-জুলিয়েটে আত্মহত্যা কৰাৰ কাহিনী সৰ্বজনবিদিত। প্ৰেমৰ কাৰণে সৰ্বস্ব ত্যাগ কৰা বা প্ৰেমৰ কাৰণে বিহপান কৰি আত্মহত্যা কৰা ব্যক্তি হলিউডৰ তাৰকা মেৰিলিন মনৰোক কোনে নাজানে! সঁচাকৈয়ে প্ৰেমত বিৰহ-বেদনা আছে বাবেই প্ৰেম ইমান সুন্দৰ, ইমান মধুৰ।



## যৌৱন আৰু সৌন্দৰ্যৰ বিস্ময়কৰ প্ৰতিভূ

# শ্বেৰিণ ষ্টোন

যৌৱন, সৌন্দৰ্য আৰু ব্যক্তিত্বৰে হলিউড কঁপাই থকা চিৰ সেউজী ৰূপহী গৰাকীৰ কথা কওঁ বুলি ভাবিছো। যি বোলছবি জগতত খলকনি তুলি সকলোৰে হৃদয়ত সোমাই পৰিছে।

নব্বৈৰ দশকত ছবিখনে মুক্তি লাভ কৰিছিল আৰু হলিউড-বলিউড সকলোতে তোলপাৰ লগাইছিল। এই তোলপাৰৰ আঁৰৰ ব্যক্তিগৰাকী হ'ল ছবিখনৰ নায়িকাগৰাকী। যি লাস্যময়ীৰ অঙ্গে অঙ্গে দূৰন্ত যৌৱনৰ চপল ছন্দ। ১৯৯২ চনত মুক্তিলভা এই জনপ্ৰিয় ছবিখন হ'ল 'বেচিক ইনষ্টিংকট' আৰু মোহময়ী নায়িকাগৰাকী...? যাৰ দেহৰ ভাজে ভাজে সুস্পষ্ট উত্তাল যৌৱন। নায়িকাৰ আৱৰণহীন তীব্ৰ অঙ্গ সঞ্চালিত আবেদনময়ী অভিনয় তথা নৃত্যই দৰ্শকৰ দেহ-মন কঁপাই তুলিছিল। যৌৱনৰ ভৰদুপৰতহে যেন নায়িকাগৰাকীয়ে নিজকে প্ৰদৰ্শন কৰিছিল। পাৰাপাৰহীন যৌনতা উজাৰি দি নায়িকাগৰাকীয়ে এৰাতিৰ ভিতৰতে হলিউডৰ 'ছেক্সী গাৰ্ল' হোৱাৰ কৃতিত্ব অৰ্জন কৰিছিল। এম্পায়াৰ' নামৰ আমেৰিকাৰ বিখ্যাত পত্ৰিকাখনে আয়োজন কৰা প্ৰতিযোগিতাত ৰূপহী গৰাকীয়ে শীৰ্ষত অৱস্থান কৰিছিল। হলিউড কঁপাই তোলা এই তন্বী ৰূপহী নায়িকা গৰাকীয়ে হ'ল শ্বেৰিণ ষ্টোন। যাক হলিউডত 'দ্য লাষ্ট গ্ৰেট বাৰ্ড' নামেৰে জনাজাত।

ভাষাহীন আদিম মানৱে যেতিয়া চিকাৰ কৰি আনি খাইছিল তেতিয়া মনৰ আনন্দবোৰ প্ৰকাশ কৰিছিল অভিনয় আৰু নৃত্যৰ দ্বাৰা। মনৰ উত্তাপৰ তাড়নাত স্বৰ্গৰ দেৱতাসকলেও নিতৌ নৃত্য-গীত, অভিনয় উপভোগ কৰিছিল। এই নৃত্য-গীত, অভিনয়ৰ লগত আজিৰ যৌৱনৰ সম্পৰ্ক একেবাৰে এৰাব্ নোৱাৰা বিধৰ। যৌৱনৰ প্লাৱনে অজানিতে কঁপাই তোলে সৰ্বশৰীৰ। বিশেষকৈ গাভৰুৰ আৱৰণহীন অঙ্গবোৰৰ সঞ্চালনে ডেকাৰ মন ক'লৈ যাওঁ কি কৰো কৰে। গাভৰুৰ অঙ্গ প্ৰদেশৰ ভাঁজে ভাঁজে বৈ পৰা সুবাসবোৰ দেখি ডেকাৰ মন উগুল-থুগুল হয়। অভিনেত্ৰী

শ্বেৰিণ ষ্টোন যৌৱন আৰু সৌন্দৰ্যৰ অভিনেত্ৰী। যৌৱনৰ প্ৰতি শ্বেৰিণ সদায় চিৰিয়াছ। আৰু সৌন্দৰ্য? সৌন্দৰ্যৰ ফালৰপৰা গ্ৰীক ৰূপহী হেলেন বা যৌৱনমতী আবেদনময়ী মেৰিলিন মনৰোতকৈ কোনো গুণেই কম নহয়— হলিউদ সুন্দৰী শ্বেৰিণ ষ্টোন। যৌনতাৰ অন্যতম প্ৰতীক শ্বেৰিণ ষ্টোনে নিজৰ দেহবল্লৰীয়ে সকলোকে বিমুগ্ধ কৰিছে। আজিও শ্বেৰিণ যৌৱনৰ বাবে হলিউড কঁপোৱা এগৰাকী 'এ গ্ৰেড'ৰ অভিনেত্ৰী। দুকুৰি পাঁচ বছৰ বয়সতো তেওঁ কদমত দৌৰা তেজস্বী ৰণুৱা ঘোঁৰাৰ দৰে তেজস্বিনী।

## মডেলিঙৰ পৰা অভিনেত্ৰীলৈ-শ্বেৰিণ

শ্বেৰিণ ষ্টোনৰ জন্ম হৈছিল ১৯৫৮ চনত এটি মধ্যবিত্ত পৰিয়ালত। তেওঁৰ দেউতাক আছিল মেচিন বিক্ৰী কৰা এখন দোকানৰ কৰ্মচাৰী। শ্বেৰিণে গ্লেমাৰ জগতখনত প্ৰবেশ কৰিছিল ১৭বছৰ বয়সতে। সেই সময়তে জন্মভূমি পেনচিলভেনিয়া'ত অনুষ্ঠিত হোৱা সৌন্দৰ্য প্ৰতিযোগিতাত শ্বেৰিণে বিজয়ী মুকুট পিন্ধিছিল। তেওঁ সৌন্দৰ্য প্ৰতিযোগিতাত জয়ী হোৱাৰ পাছত মডেলিঙৰ কামত হাত দিয়ে। সৌভাগ্য আহি শ্বেৰিণৰ সন্মুখত উপস্থিত হ'ল। কিছুদিনৰ ভিতৰতে তেওঁ দমী চুপাৰ মডেল হৈ পৰিল। মডেলিঙক পেছা হিচাপে লৈ জীৱনৰ যৌৱনৰ দিনকেইটা সোণালী সপোন ৰচি ১৯৮০ চনত ২২ বছৰ বয়সত শ্বেৰিণে চেল্যুলয়ড জগতখনত প্ৰবেশ কৰাৰ সুযোগ লাভ কৰে। ছবিখনত নাম আছিল 'ষ্টাৰভষ্ট মেমোৰ্জীম'। ছবিখনত তেওঁ এগৰাকী চঞ্চল মনৰ যুৱতীৰ চৰিত্ৰত অভিনয় কৰিছিল। ছবিখনেই আছিল শ্বেৰিণৰ হলিউড যাত্ৰাৰ বাটচ'ৰা। অৱশ্যে জীৱনৰ প্ৰথম ছবিখনত মাত্ৰ এঘণ্টাৰ বাবে ভুমুকি মাৰিবলৈ তেওঁ দুবাৰকৈ স্ক্ৰীণ টেষ্ট দিব লগা হৈছিল। হলিউডত সফলতা লাভ কৰা অভিনেত্ৰীসকলৰ ক্ষেত্ৰত সাধাৰণতে দুটা দিশ সততে চকুত পৰে। তাৰে এটা হ'ল অভিনয়ৰ দক্ষতা আৰু আনটো হ'ল নিজৰ নিখুঁট সুগঠিত তথা আবদনময়ী ফিজিকটো। মেৰিলিন মনৰোৰ পৰা ধৰি শ্বেৰিণ ষ্টোনলৈকে নিজৰ আকৰ্ষণীয় শৰীৰটোক প্ৰধান অস্ত্ৰ হিচাপে লৈ হলিউড তোলপাৰ লগোৱা দেখা গৈছে। হলিউডত সফলতা লভিবলৈ হ'লে প্ৰচাৰৰ অতি প্ৰয়োজন। প্ৰচাৰৰ অবিহনে হলিউডত টিকি থকাটো কঠিন। এই

ক্ষেত্ৰত শ্বেৰিণ ষ্টোন কোনো দিনে পিচ পৰি থকা নাই। ১৯৯০ চনত প্ৰায় ৩০-৩২ বছৰ বয়সত শ্বেৰিণে প্ৰচাৰৰ অভিযান চলায় 'প্লে বয়'ৰ যোগেদি। 'প্লে বয়' পত্ৰিকাত দহ পৃষ্ঠা জোৰা যৌন আবেদনময় দৃশ্যৰ ফটো 'চেচন' এটা দি একে ৰাতিৰ ভিতৰতে শ্বেৰিণ 'ছেক্স চিম্বল' হৈ পৰে। উল্লেখ্য যে হলিউডত বৰ্তমান এক নম্বৰী নায়িকা হোৱাৰ বাসনাতকৈ কোন আটাইতকৈ বেছি 'ছেক্স চিম্বল' হৈ উঠিব পাৰে তাৰহে প্ৰতিযোগিতা চলিছে।

সৃষ্টিৰ আদিম কালৰ পৰাই নাৰী পুৰুষ পৰস্পৰৰ মাজত আকৰ্ষণ বিৰাজমান। নাৰীৰ দেহৰ কলা সুলভ সৌন্দৰ্য আকৰ্ষণীয়। পুৰুষ প্ৰধান সমাজত যুগে যুগে নাৰী দেহৰ সৌন্দৰ্য উপভোগ কৰাৰ বিভিন্ন প্ৰথা প্ৰচলিত হৈ আহিছে। তাৰ ভিতৰত চিনেমা, মডেলিং এড্‌ভাৰটাইজিং, বিউটি কণ্টেষ্ট, পৰ্ণগ্ৰাফী, হোটেলৰ ক্যাবেৰে নৃত্য, ঘূৰন্ত মঞ্চ, ছেক্স ক্লাব, ছেক্স হাউচ, ফেশ্বন শ্ব', সাগৰ স্নান, সাময়িক বিনিময় আদি উল্লেখযোগ্য।

প্ৰচাৰ মাধ্যমে শ্বেৰিণ ষ্টোনক ৰাতিটোৰ ভিতৰতে জনপ্ৰিয় কৰি তুলিলে। চলচ্চিত্ৰ মাধ্যমটোৰ লগত তেওঁ নিবিড়ভাৱে জড়িত হৈ পৰিল। সেই সময়ত তেওঁ অনাৰ্ল্ড শ্বৱনৰ 'টোটেল ৰিকল'ত অভিনয়ৰ কাৰণে সুযোগ পায়। পৰিচালক পল ৰেৰহোৱানে শ্বেৰিণৰক জনপ্ৰিয়তাৰ শিখৰত অৱস্থান কৰালে। ছবিখনত তেওঁ 'নিম্‌কো'ৰ চৰিত্ৰত অভিনয় কৰে। 'বেচিক ইনষ্টিংকট'ত শ্বেৰিণে প্ৰতিটো দৃশ্যাংশতে দ্বিধাহীন, শংকাহীনভাৱে দেহৰ সমস্ত আবেদন উজাৰি দিছে। ছবিখন বক্স অফিচত 'হিট' ছবি ৰূপে পৰিগণিত হ'ল। ছবিখনৰ দ্বাৰাই শ্বেৰিণে হলিডউত এক সুকীয়া আসন লাভ কৰে। যৌনতাৰ প্ৰয়োগ থকা শ্বেৰিণৰ আন এখন উল্লেখযোগ্য ছবি হ'ল শ্লিবাৰ'। পত্ৰিকা সম্পাদিকা এগৰাকীৰ চৰিত্ৰত অভিনয় কৰি তেওঁ ছবিখনত সঘনাই যৌনতাক উজাৰি দিব লগা হৈছিল। বেচিক ইন্‌ষ্টিংকট, বা শ্লিবাৰ ছবিৰ আশাতীত সফলতাৰ পাছত শ্বেৰিণ যৌনতা সৰ্বস্ব অভিনেত্ৰী বুলি চৌদিশে ৰজনজনালে। বহুতো পৰিচালকে শ্বেৰিণে ছিৰিয়াছধৰ্মী ছবিত অভিনয় কৰিবলৈ সক্ষম নহয় বুলি ধাৰণা এটা কৰি ল'লে। কিন্তু এই ধাৰণা যে যথাযথ নহয় তাৰ প্ৰমাণ পোৱা গ'ল মাৰ্ক ৰিডেলৰ ছবি 'ইণ্টাৰছেক্সন'ত। 'লষ্টিজন্স' — ছবিত শ্বেৰিণে মৃত্যু শয্যাত মৃত্যু ক্ষণ গণি থকা এগৰাকী মহিলাৰ চৰিত্ৰত অভিনয় কৰে।

শ্বেৰিণ ষ্টোনৰ জীৱনৰ সাফল্যমণ্ডিত ছবি হ'ল — 'কেচিনো'। কেচিনো ছবিত তেওঁৰ অভিনয় দেখি সকলো মুগ্ধ হয়। এই ছবিৰ অভিনয়ৰ দক্ষতাৰ বাবে শ্বেৰিণে লাভ কৰে 'গোল্ডেন গ্লোব' এৱাৰ্ড। উৎকৃষ্ট অভিনয়ৰ যোগেদি সৰ্বশ্ৰেষ্ঠ অভিনয়ৰ বঁটা অৰ্জন কৰি শ্বেৰিণ বৰ্তমান হলিউদৰ এগৰাকী প্ৰথম শ্ৰেণীৰ অভিনেত্ৰী। তাৰোপৰি এইড্ছ আৰু স্তন কেঞ্চাৰ গৱেষণাৰ প্ৰতি দেখুওৱা আগ্ৰহ আৰু সমৰ্থনৰ বাবে শ্বেৰিণলৈ আগবঢ়োৱা হৈছিল মানৱ অধিকাৰ ফাউণ্ডেচনৰ বিশেষ বঁটা।

শ্বেৰিণ ষ্টোনৰ নিজা মতাদৰ্শৰ মতে তেওঁৰ সাফল্যৰ আঁৰত দুখন ছবিয়ে সহায় কৰিছে। সাফল্যৰ আঁৰৰ এখন ছবি হ'ল তেওঁৰ চকু; চঞ্চল ষোড়শী স্বভাৱ আৰু খোলামনৰ অভিনয় আৰু আনখন ছবি হ'ল তেওঁ গম্ভীৰ প্ৰকৃতিৰ অভিনেত্ৰী।

শ্বেৰিণৰ কেইখনমান উল্লেখযোগ্য ছবি হ'ল — চিজাৰ্চ, ডেডলি ব্লেচিঙচ, দ্য বেগাজ ষ্ট্ৰিপ ৱাৰ্চ, কিং চোলেমন মাইনচ্, ব্লাড এণ্ড চেণ্ড, জেম্চন, পৌলিচ একাডেমী ফোৰ, ৰে চিটিজ ব্লু, দ্য স্পেচিয়েলিষ্ট, বিউটীফুল জো আদি।

## প্ৰেম পৰ্বত শ্বেৰিণ

যৌৱন অপূৰ্ণ — যদি প্ৰেম নহয়। প্ৰেমৰ অৰ্থ ব্যাপক। প্ৰেমৰ বাবেই হৃদয়ত নিসংগতা আছে। নিসংগতাৰ পৰাই প্ৰেমৰ বিকিৰণ। প্ৰেম হ'ল মানুহৰ জীৱনৰ ৰ'দৰ জিলিঙণি। ডেকা-গাভৰুৱে যৌৱনৰ পালতৰা নাৱত উঠি সপোন দেখে যুৱতীয়া জীৱনৰ পাতনি মেলাৰ। যৌৱনৰ বাবে হলিউড কঁপোৱা যশস্বী অভিনেত্ৰী শ্বেৰিণ ষ্টোনৰ জীৱনলৈ প্ৰথম প্ৰেম আহিছিল ধাৰসাৰ বৃষ্টিৰ দৰে। শ্বেৰিণৰ বিবাহ হয় নিৰ্মাতা, নিৰ্দেশক মাইকেল গ্ৰীণৰ লগত। চিনেমাৰ এক পাৰ্টিত গ্ৰীণৰ লগত শ্বেৰিণৰ প্ৰথম সাক্ষাৎ হয়। প্ৰথম দৰ্শনতে শ্বেৰিণ মাইকেল গ্ৰীণৰ প্ৰেমত পৰে। প্ৰথম দৃষ্টিতে কেতিয়াবা কেতিয়াবা প্ৰেম হয়। এনে হোৱাৰ মূলতে হ'ল প্ৰত্যেক যুৱক-যুৱতীয়ে যৌৱনৰ দুৱাৰ ডলিত ভৰি থোৱাৰ দিনৰে পৰা নিজৰ প্ৰেমাস্পদৰ এখন গোপন প্ৰতিচ্ছবি বুকুৰ মাজত আলফুলে কঢ়িয়াই লৈ ফুৰে আৰু কাৰোবাৰ মাজত হঠাৎ কেতিয়াবা তেওঁলোকে নিজৰ প্ৰেমাস্পদক আৱিষ্কাৰ কৰে।

প্ৰথম দৰ্শনতে গ্ৰীণৰো প্ৰেম ওপজিছিল শ্বেৰিণৰ প্ৰতি। 'শ্বিবাৰ' নামৰ ছবিখন কৰা সময়ত ছবিৰ প্ৰযোজক বিল মেকডোনাল্ডৰ লগত শ্বেৰিণৰ প্ৰেম হৈছিল। কিন্তু দুখৰ কথা এই প্ৰেম স্থায়ী নহ'ল। মেকডোনাল্ড বিবাহিত হোৱাৰ বাবেই এই প্ৰেম ব্যৰ্থ হয়।

ৰহস্যময়ী নাৰী হিচাপে শ্বেৰিণৰ নাম আছে। 'ছেক্স চিম্বল' ৰূপে হলিউদ খ্যাত শ্বেৰিণ ষ্টোনৰ প্ৰেমত পৰি বহুতেই হাবুডুবু খাইছিল। তেওঁৰ জীৱনৰ ওপৰেদি বহু বিখ্যাত পুৰুষ বাগৰি গৈছে। সকলোৱেই তেওঁৰ প্ৰশংসাত পঞ্চমুখ। প্ৰাক্তন প্ৰেমিকসকলক শ্বেৰিণ লৈ চিন্তিত নহয়। বৰ্তমান তেওঁৰ নতুন স্বামী গৰাকী হ'ল ফিলা ব্ৰ'নছট্ৰেইন। অপৰূপ ৰূপ যৌৱনেৰে নিপুন অভিনয়েৰে শ্বেৰিণ এগৰাকী আকৰ্ষণীয় তথা বুদ্ধি সম্পন্ন মগজুৰ অধিকাৰিণী। হলিউডত 'দ্য লাষ্ট গ্ৰেট বাৰ্ড' নামেৰে জনাজাত শ্বেৰিণ এগৰাকী যৌৱন পুষ্ট সুন্দৰী নায়িকা। একোখন ছবিৰ বাবদ তেওঁ পাৰিশ্ৰমিকি লয় ৭০ লাখ ডলাৰ। হলিউড কঁপাই থকা শ্বেৰিণ ষ্টোন ভৱিষ্যতৰ প্ৰতি সদায় সজাগ। চিৰসেউজীয়া ৰূপহী শ্বেৰিণ বোলছবি জগতৰ যেন এটুকুৰা হীৰা।



৫৮

## টাইটানিকৰ নায়িকাৰ প্ৰেম-ৰোমাঞ্চ, বিবাহ-বিচ্ছেদ

# প্ৰেম পৰ্বত কেট উইনছ্লেট

'প্ৰেমৰ দৃশ্যত অভিনয় কৰা যথেষ্ট কঠিন। কেমেৰাৰ সন্মুখত কৰ্মচাৰীৰ আগত নগ্ন হোৱাটো যথেষ্ট কষ্টকৰ।' — যৌনতাৰ দৃশ্যত অভিনয় কৰি বিৰক্ত হৈ পৰা হলিউদৰ ব্লকবাষ্টাৰ 'টাইটানিক' ছবিৰ নায়িকা 'ৰ'জ' খ্যাত কেট উইনছ্লেটৰ মন্তব্য এয়া। লাইট কেমেৰা এক্সনৰ পৃথিৱীৰ আবেদনময়ী অভিনেত্ৰী কেট উইনছ্লেটক কোনে নাজানে! টাইটানিকে ৰাতিটোৰ ভিতৰতে 'কেট'ক বিশ্বৰ জনগণক চিনাকি কৰি দিলে। অকল চিনাকিয়েইনে? কেট আজি বহু হেণ্ডচাম পুৰুষৰ হৃদয়ত। টাইটানিকৰ ৰ'জে নতুনকৈ গাভৰু হ'বলৈ বিচৰা ছোৱালীবোৰক আৰু 'পৰকিতি' লৰিব খোজা ডেকাবোৰক প্ৰেমৰ আদি পাঠ দিলে। সম্প্ৰতি কেটে আজিৰ যুৱক-যুৱতীক সৌন্দৰ্য, প্ৰেম আৰু যৌনতাকো শিকাই দিছে।

হলিউদৰ মোহময়ী অভিনেত্ৰী কেট উইনছ্লেট আজি পৃথিৱীৰ চৌদিশে ইমানেই বিখ্যাত যে তেওঁক হিমালয় পৰ্বতৰ মাজৰ ৮০বছৰীয়া বৃদ্ধ ফকীৰ এজনে দেখিও চিঞৰি উঠিছিল— 'টাইটানিক' বুলি।'

যৌনতাৰ দৃশ্যত অভিনয় কৰি বা টাইটানিকত অলপ সময়ৰ বাবে নগ্ন হৈ বহু যুৱকৰ হিয়াত ধৰা দি 'কেট উইনছ্লেট' যিদৰে প্ৰচাৰৰ পাদ-প্ৰদীপত আলোকিত হৈ আছিল সেইদৰে তেওঁৰ প্ৰেম-ৰোমাঞ্চ বিবাহ-বিচ্ছেদ আদিয়েও সংবাদ মাধ্যমৰ শিৰোনামা দখল কৰি আহিছে। কেইবাখনো ছবিত 'টপলেছ' হৈ লাইট-কেমেৰাৰ আগত ধৰা দিয়া কেট প্ৰেমত পৰিছে কেইবাবাৰো। তেওঁৰ প্ৰেমিকৰ সংখ্যাৰ তালিকাখন দীঘলীয়া। অৱশ্যে হলিউডৰ 'ৰীল লাইফ'ৰ প্ৰেম আৰু 'ৰীয়েল লাইফ'ৰ প্ৰেমৰ মাজত তফাৎ নাই। শীৰ্ষস্থানীয় অভিনেতা-অভিনেত্ৰীসকলে প্ৰেম-ৰোমাঞ্চ বিবাহ-বিচ্ছেদ আদিৰে খবৰ হৈ থাকিব বিচাৰে। হৈ থাকিব বিচাৰে সংবাদ জগতৰ হ'ট মডেল। এতিয়া আহো টাইটানিকৰ নায়িকাৰ ৰীয়েল লাইফলৈ।

অভিনেত্ৰী কেট উইনছ্লেট প্ৰেম বিবাহত আবদ্ধ হৈছিল নিৰ্দেশক জিম থ্ৰেপ্পেলট'নৰ সৈতে। অৱশ্যে এই প্ৰেম বিবাহৰ মোহভংগ ঘটিবলৈ বেছি দিন নালাগিল। কেট-জিমৰ বিবাহ-বিচ্ছেদৰ আবেদন বৃটিছ আদালতে মঞ্জুৰ কৰি দুয়োগৰাকীকে আনুষ্ঠানিকভাৱে বিবাহ-বিচ্ছেদ প্ৰদান কৰে। কেট আৰু জিমৰ দুবছৰীয়া কন্যা সন্তান এটিও আছিল। উল্লেখ্য যে কেট আৰু জিমৰ প্ৰথম দৃষ্টিতে প্ৰেম (Lover at first side) হৈছিল। ছবিৰ শুটিঙৰ সময়তে পৰস্পৰে পৰস্পৰৰ লগত চিনাকি হৈছিল আৰু তাৰ পাছতে দুয়োৰে মাজত প্ৰেমৰ সূত্ৰপাত। দুয়ো ১৯৯৮ চনত অতি অনুষ্টুপীয়াকৈ বিবাহ পাশত আবদ্ধ হৈ হলিউডত এক চাঞ্চল্যৰ সৃষ্টি কৰিছিল। '৯৮ ত বিবাহ পাশত আবদ্ধ হোৱা কেট আৰু জিমৰ বিবাহৰ দুবছৰৰ পাছতে দাম্পত্য জীৱনত খাম খেয়ালি আহি পৰে আৰু কেটে বিবাহ-বিচ্ছেদৰ বাবে আবেদন কৰে। কেটে আদালতত দাখিল কৰা বিবাহ বিচ্ছেদৰ আবেদনখনৰ বিৰুদ্ধে স্বামী জিম থ্ৰেপ্পেলট'নে কোনো আপত্তি প্ৰদৰ্শন নকৰাত আদালতে কেটৰ আবেদনখন মঞ্জুৰ কৰে।

কেট আৰু জিমৰ বিবাহ-বিচ্ছেদৰ কাৰণ পৰিষ্কাৰকৈ জনা নাযায় যদিও বৃটিছ টেবল'য়দ কাকত সমূহে প্ৰকাশ কৰা মতে কেট উইনছলেটৰ নতুন প্ৰেমৰ বাবেই হেনো এই বিবাহ-বিচ্ছেদ ঘটে। কেটৰ নতুন প্ৰেমিকজনৰ নাম হ'ল ছেমুৱেল মেণ্ডেছ। ছেম মেণ্ডেছক হয়তো বহুতে চিনি পায়। 'এমেৰিকান বিউটি' নামৰ ছবিখনৰ জৰিয়তে হলিউডত খলকনি সৃষ্টি কৰা অস্কাৰ বিজয়ী নিৰ্দেশক ছেম। ছেমৰ স'তে এতিয়া কেটৰ প্ৰেম পৰ্ব চলি আছে। যি ছেমৰ বাবেই এদিন কেট-জিমৰ সংসাৰলৈ বিচ্ছেদৰ বন্যতা নামি আহিছিল। ছেমৰ স'তে কেটৰ মধুৰ সম্পৰ্ক কিমানদিন স্থায়ী হয় সেয়া ভৱিষ্যতে ক'ব। কেটৰ প্ৰেম বাৰু 'ৰীল লাইফ'ৰ দৰেই নহয়নে?



## 'গল্ডেন গ্লোব' বঁটা বিজয়ী

# হলিউড সুন্দৰী নিক'ল কিডমেন

হলিউডৰ চলচ্চিত্ৰ জগতৰ শ্ৰেষ্ঠঅনুষ্ঠান অস্কাৰৰ পাছতে অন্য এক আড়ম্বৰপূৰ্ণ অনুষ্ঠান হ'ল 'গ'ল্ডেন গ্লোব' বঁটা। এই গল্ডেন গ্লোবছক বহুতে অস্কাৰ বঁটাৰ বেৰ'মিটাৰ বুলি আখ্যা দিয়ে।

এই বছৰৰ (২০০২) শ্ৰেষ্ঠ চলচ্চিত্ৰ গল্ডেন গ্লোব বঁটা লাভ কৰিছিল লুৰমান পৰিচালিত 'মউলিন ৰ'গ' নামৰ ছবিখনে। মউলিন ৰ'গ'ত কৰা অভিনয়ৰ বাবেই শ্ৰেষ্ঠ অভিনেত্ৰীৰ গ'ল্ডেন গ্লোব বঁটা লাভ কৰিছিল হলিউডৰ জনপ্ৰিয় অভিনেত্ৰী নিক'ল কিডমেনে। এগৰাকী ৰোমাণ্টিক কাব্যাৰে ডান্সাৰ তথা গায়িকা চৰিত্ৰত কৰা দুৰ্দান্ত অভিনয়ৰ বাবে কিডমেনে এই শ্ৰেষ্ঠ অভিনেত্ৰীৰ বঁটা লাভ কৰিছিল।

নিক'ল কিডমেন। হলিউডৰ চলচ্চিত্ৰ অনুষ্ঠানৰ এক ফৰিংফুটা জোনাকৰ নাম নিক'ল কিডমেন। চলচ্চিত্ৰ প্ৰেমীৰ বাবে এই নামটো এক পোচাকী নাম। যাক দুনাই চিনাকি কৰি দিয়াৰ প্ৰয়োজন নাই। এই অষ্ট্ৰেলিয়া অভিনেত্ৰী গৰাকীয়ে বিগত বৰ্ষ (২০০১)টোত প্ৰেম ৰোমাঞ্চ, বিবাহ-বিচ্ছেদৰ কাৰণেও সংবাদ পত্ৰৰ শিৰোনামা দখল কৰি আছিল। তাত্তে এই সুন্দৰী নাৰী গৰাকীৰ লগত হলিউডৰ দুজন চলিচ্চত্ৰ তাৰকাৰ নামো ব্যক্তিগত কাৰণত সংপৃক্ত। তেওঁলোক হ'ল ক্ৰমে প্ৰাক্তন স্বামী টম ক্ৰুজ আৰু চিত্ৰ নিৰ্মাতা ফেব্ৰিজিতা মোস্কা।

বহু চৰ্চিত দম্পতী হিচাপে অভিনেতা ট'ম ক্ৰুজ আৰু নিক'ল কিডমেনৰ বিবাহ বিচ্ছেদৰ খবৰে যথেষ্ট আলোড়নৰ সৃষ্টি কৰিছিল। বৃটিছ তথা মাৰ্কিন সংবাদ পত্ৰৰ বাবে ট'ম আৰু নিকল আছিল বিগত বৰ্ষটোৰ 'হট মেছেজ'। 'মিৰ'ৰ আলোচনীয়ে প্ৰকাশ কৰা মতে বিগত বৰ্ষটোৰ সৰ্বাধিক চৰ্চিত হলিউডৰ তাৰকা গৰাকী হ'ল টম ক্ৰুজ। আনহাতে নিক'ল কিডমেন হ'ল যোৱা বছৰটোৰ বহু চৰ্চিত মহিলা। বিশ্বজুৰি সংবাদ মাধ্যমত অভিনেত্ৰী গৰাকীৰ ফটো সৰ্বাধিক প্ৰচাৰিত হয়।

এসময়ত এটি সৰু ঘৰত সহবাস কৰিছিল টম আৰু নিক'লে। এটি সৰু সুখী পৰিয়াল। আজৰি সময়ত নাইট ক্লাব, বাৰ আদিলৈ নগৈ দুয়ো একেলগে

খোজকাঢ়ি ঘুৰি ফুৰে। টমে কয় — "নিকে বিৰাট ধুনীয়া সাধু কয়, আজৰি সময়ত তাইৰ সাধু শুনো, কিতাপ পঢ়ো, তাঁচ খেলো, আমি ক'ৰবালৈ ফুৰিবলৈ গ'লেও ভালৰো ভাল হোটেলৰো প্ৰয়োজন নাই। নিক আৰু মই দুয়ো সাধাৰণ হোটেলতেই থকাটো ভাল পাওঁ।"

আকৌ টমৰ বিষয়ে নিকে কয় — "টম এটা সৰু ল'ৰাৰ দৰে। য'তেই যাওঁ তেওঁ মোৰ আঙুলি এটাত ধৰি থাকিবই। টমৰ সৈতে থাকি মোৰ এনেকুৱা লাগিছে যেন ময়েই পৃথিৱীৰ সবাতোকৈ সুখী ছোৱালীজনী।" ইমান সুন্দৰ সুখী পৰিয়ালটিলৈও এদিন বিষাদ আহিল। আহিল সংঘাত আৰু খামখেয়ালী। পাৰিবাৰিক সংঘাতৰ ফলতে ২০০১ চনৰ ফেব্ৰুৱাৰী মাহৰ পৰা দুয়ো পৃথকে থাকিবলৈ লয় আৰু বৈবাহিক সম্পৰ্ক ছেদ কৰাৰ সিদ্ধান্ত লয়। ২০০১ চনৰ আগষ্ট মাহত টম আৰু নিকলৰ আনুষ্ঠানিক ভাবে বিবাহ বিচ্ছেদ হয়। এঘাৰ বছৰ ধৰি চলা সৰু সুন্দৰ সংসাৰ খনত দুটি সন্তানো আছিল। টমৰ প্ৰায় ২৫০ নিযুত পাউণ্ড সম্পত্তি আৰু তোলনীয়া সন্তান দুটিৰ দায়িত্বক লৈ দুয়ো এক চুক্তিত সন্মতি প্ৰকাশ কৰে। সন্তান দুটিৰ দায়িত্ব দুয়োৰে গ্ৰহণ কৰাৰ বাবে আৰু সম্পত্তি ভাগ বটোৱাৰ সম্পৰ্কত দুয়ো এই চুক্তিত স্বাক্ষৰ কৰে। টম ক্ৰুজে প্ৰকাশ কৰা মতে, বিবাহ বিচ্ছেদৰ আনুষ্ঠানিক চুক্তিৰ পাছত দুয়ো বন্ধুৰ দৰে সম্পৰ্ক অব্যাহত ৰাখিব আৰু সন্তান দুটি দুয়ো একেলগে চোৱা-চিতা কৰিব।

সঘনে প্ৰেমত পৰাত বা হৃদয় গঢ়াত টম ক্ৰুজ পাকৈত। 'কিউপিড'ৰ প্ৰেম শৰে তেওঁক বাৰুকৈয়ে জুৰুলা কৰিছে। নিকৰ স'তে বিবাহ বিচ্ছেদৰ এবছৰ নহওতেই টম আন এক কুমাৰীৰ প্ৰতি আকৰ্ষিত হয়। টমৰ নতুন প্ৰেমিকা হ'ল 'ভানিলা স্কাই' ছবিৰ নায়িকা 'পেনেলপ ক্ৰুজ'। দেখাই শুনাই জুলিয়া ৰবাৰ্টছৰ সৰু ভনীয়েকৰ দৰেই পেনেলপ ক্ৰুজ। এই লেটিন আমেৰিকাৰ অভিনেত্ৰী গৰাকী বৰ্তমান প্ৰত্যেকখন প্ৰেমাৰ পত্ৰিকাৰ চৰ্চাৰ বিষয় হৈ পৰিছে।

পেনেলপৰ নামটো আকৌ হলিউডৰ দুজন ছুপাৰ ষ্টাৰৰ লগত জড়িত। তেওঁলোক হ'ল টম আৰু নিকোলচ্ কেজ। যি দুজনে ইতিমধ্যে নিজৰ নিজৰ পত্নীক তালাক দিছে। উল্লেখ্য যে অভিনেতা নিকোলচ্ কোজেও পত্নী পেট্ৰিচিয়া আৰ্কেটিক তালাক দিছে আৰু পেনেলপ ক্ৰুজৰ লগত হিয়া দিয়া নিয়াত লিপ্ত হ'ব বিচাৰিছে। প্ৰকৃততে পেনেলপ টমৰ প্ৰতিহে বেছি আকৰ্ষিত। বহু পত্ৰিকাতটম -

পেনেলপৰ যুগ্ম ফটো প্ৰকাশ পাইছে। 'উইমেন অন টপ' ছবিৰ অভিনেত্ৰী গৰাকীয়ে টমক হলিউডৰ অন্যতম আকৰ্ষণীয় পুৰুষ বুলি মন্তব্য কৰিছে। পেনেলপৰ নিজৰ ভাষাত 'মোৰ দৃষ্টিত টম হলিউডৰ অন্যতম হেণ্ডছাম পুৰুষ। টম এগৰাকী ভাল অভিনেতা আৰু এগৰাকী সুদৰ্শন পুৰুষ।" স্মৰ্তব্য যে টমৰ স'তে পেনেলপৰ ৰোমাঞ্চৰ খবৰে বৰ্তমান হলিউড গৰম কৰি ৰাখিছে। দুয়োৰে ৰোমাঞ্চৰ পৰ্ব এতিয়া শীৰ্ষবিন্দুত। পেনেলপৰ নতুন ছবি 'কেপ্তেইন কাৰ্লিজ মেডোলিন'ৰ প্ৰিমিয়াৰত দুয়োকে একেলগে দেখা গৈছিল। টমে তেওঁক নতুন প্ৰেমিকাৰ কথা মুকলিকৈ স্বীকাৰ কৰিছে। পেনেলপেও তেওঁৰ নতুন প্ৰেমৰ কথা 'টুনাইট' শ্ব'ত ভাগ ল'বলৈ আহোতে কৈছে যে তেওঁ 'মিশ্যন ইম্পচিবল'ৰ ষ্টাৰ টম ক্ৰুজৰ স'তে ডেটিং কৰি আছে। টম এগৰাকী উদাৰ আৰু ভাল ব্যক্তি। বহুতে মন্তব্য কৰে যে টমৰ নতুন প্ৰেমৰ বাবেই টম নিক'ল'ৰ বিবাহ-বিচ্ছেদৰ কাৰণ।

প্ৰেমৰ ক্ষেত্ৰত নিক'ল কিডমেনো পিছপৰি থকা নাই। টমে যেতিয়া তেওঁৰ নৱতম স্পেনিচ প্ৰেমিকাক লৈ বিদেশ ভ্ৰমণত ব্যস্ত আছিল তেতিয়া নিক'ল আছিল এজন নতুন প্ৰেমিকৰ সন্ধানত, যি হ'ব লাগিব পূৰ্বৰ স্বামী টমতকৈ ওখ। অৱশেষত হলিউড সুন্দৰীয়ে এক দীৰ্ঘদেহী সুদৰ্শন যুৱকৰ স'তে নিবিড় সম্পৰ্ক গঢ়ি তোলে। তেওঁ হ'ল চিত্ৰ নিৰ্মাতা ফেব্ৰিজিঅ মোস্কা। দুয়োকে ভেনিচ আৰু কাঁন চলচ্চিত্ৰ উৎসৱত একেলগে দেখা গৈছিল। নিক'লে দুয়োৰে সম্বন্ধক 'প্ৰফেশ্যনেল ৰিলেশ্যনশ্বিপ' বুলি মন্তব্য কৰিলেও ছয়ফুট দুই ইঞ্চিৰ মোস্কাক তেওঁ পছন্দৰ ব্যক্তি বুলি স্বীকাৰ কৰিছে। পাঁচ ফুট ন ইঞ্চিৰ নিক'ল কিডমেন এতিয়া হিলচ্ পিন্ধি সেই টলমেন'ৰ লগত ডেটিং কৰাত ব্যস্ত।

আনহাতে নিকৰ নামটো অস্কাৰ বিজেতা গল্ডেন গ্লোৱ বিজেতা গ্লেডিয়েটৰ' এ বিউটিফুল মাইণ্ড' আদিৰ অভিনেতা ৰাছেল ক্ৰুৰ লগতো সাঙুৰিব বিচাৰে। 'দ্য আদাৰ্ছ' মউলিন ৰ'গ' আদি ছবিৰ নায়িকা নিক বিগত বছৰটোৰ এগৰাকী বিখ্যাত নাৰী। ছবিত দুদান্ত অভিনয় আৰুপ্ৰেম ৰোমাঞ্চৰ ক্ষেত্ৰতো তেওঁৰ নাম বহুচৰ্চিত হৈছে। অভিনয়ৰ ক্ষেত্ৰত নিকলে আজি শ্ৰেষ্ঠতা প্ৰতিপন্ন কৰিলে। চলচ্চিত্ৰ প্ৰেমী সকলৰ মতে নিক অকল গল্ডেন গ্লোব বঁটাৰে যোগ্য নহয় অস্কাৰ বঁটাৰো যোগ্য অভিনেত্ৰী।

উল্লেখ্য যে হলীউডৰ আটাইতকৈ সুন্দৰ পদযুগলৰ অধিকাৰী হ'ল নিক'ল কিড্‌মেন।

# হলিউড কঁপাইছে জেনিফাৰ ল'পেজে

## সপোনৰ সৈতে ডাঙৰ হোৱা ছোৱালীজনী পপষ্টাৰ জেনিফাৰ

প্ৰতিভা আৰু সৌন্দৰ্যৰ এক অনুপম মিশ্ৰণ জে-ল' (J.Lo)। অভিনয় আৰু সংগীতত অতীব সুন্দৰৰ উত্তাল প্ৰলেপ সানি হেজাৰ হেজাৰ সংগীত শ্ৰোতাক মায়াজালত বন্দী কৰা হলিউডৰ মোহময়ী অভিনেত্ৰী গৰাকীয়েই হ'ল— জে-ল'। জে-ল' মানেই উদীয়মান সংগীত প্ৰেমীসকলৰ মাজত এক উৎকণ্ঠা— উত্তেজনা। নৱ প্ৰজন্মৰ হিয়াৰ ৰাণী জে-ল' মানেই অভিনয়, নৃত্য আৰু গীতৰ একঅনুপম সংস্কৃত সন্ধিয়া। বহুতৰ মাজত প্ৰশ্ন হ'ব পাৰে এই জেল'নো প্ৰকৃততে কোন? জে-ল'ৰ প্ৰকৃত নাম হ'ল 'জেনিফাৰ ল'পেজ। চমুকৈ জে-ল'।

জেনিফাৰ ল'পেজ ওৰফে জে-ল' হ'ল হলিউডৰ ইতিহাসত বৰ্তমানলৈকে আটাইতকৈ দামী লেটিন আমেৰিকা (লেটিনা)ৰ অভিনেত্ৰী। সোণালী চুলিৰ এই মোহময়ী অভিনেত্ৰী গৰাকীৰ প্ৰেমিক, গুণমুগ্ধ বিশ্বব্যাপী। জেনিফাৰ দেউতাক হ'ল ডেভিদ। তেওঁ হ'ল এজন কম্পিউটাৰ বিশেষজ্ঞ।

জেনিফাৰ ল'পেজ তথা জে—ল' নামটোত যেন কিবা এক বিশেষত্ব আছে। কিবা যেন এক যাদু আছে। তেওঁৰ এই 'লাকী' নামটো দিছিল তেওঁৰে অসংখ্য গুণমুগ্ধ দৰ্শক আৰু শ্ৰোতাই। তেওঁৰ বন্ধুবিলাকেও চিঠি লিখিলে সংক্ষেপত ব্যৱহাৰ হোৱা জে-ল'টোহে ব্যৱহাৰ কৰে। স্মৰ্তব্য যে তেওঁৰ জনপ্ৰিয়তাৰ শীৰ্ষত আৰোহন কৰা গীতৰ এলবামটোৰ নামো — 'জে-ল'। আপেক্ষিক ভাৱে মেঘালী চুলিৰ, বাদামী ৰঙৰ জে--ল'ই মোহনীয় শৰীৰটো এশ কোটি ডলাৰত বীমা কৰাই থৈছে। তেওঁৰ মোহনীয় শৰীৰটোৰ বাবে তেওঁক তেওঁৰ জন্ম স্থানক কোৱা হৈছিল— 'ছুপাৰনভা' বুলি আৰু কোৱা হৈছিল 'লা-গিটাৰা' বুলি। জে-ল'ৰ শৰীৰটোৱে গীটাৰৰ ভাঁজৰ দৰে ভাঁজ দিব পাৰিছিল বাবে তেনেকৈ অভিহিত কৰা হৈছিল।

# শৈশৱ, কৈশোৰ, যৌৱনত জে- ল'

জেনিফাৰ ল'পেজৰ জন্ম হৈছিল ১৯৭০চনৰ ২৪ জুলাইত নিউয়ৰ্কৰ ব্ৰঙ্ক্স জিলাৰ এক মফচল অঞ্চলত। সৰুৰে পৰা তেওঁ বিখ্যাত হোৱাৰ সপোন পুহি ৰাখিছিল। শৈশৱৰ পৰাই তেওঁৰ অভিনয়, নৃত্য আৰু গীতৰ প্ৰতি আগ্ৰহ আছিল। স্কুলীয়া শিক্ষা লোৱাৰ প্ৰতি অকণো ধাউতি নথকা জে-- লই প্ৰিষ্টন হাইস্কুলত পঢ়ি থকা অৱস্থাৰে পৰাই নৃত্য, গীত আৰুঅভিনয়ৰ প্ৰতি আকৃষ্ট হৈছিল। উল্লেখ্য যে জেনিফাৰে ছয় বছৰ বয়সতে মহানগৰীলৈ যোৱা ৬নং ৰেলখনত উঠি নৃত্য, গীত, অভিনয়ৰ প্ৰশিক্ষণ ল'বলৈ গৈছিল। ল'পেজৰ এই অদ্ভুত সিদ্ধান্তত মাক-দেউতাক একপ্ৰকাৰে আচৰিত হৈ পৰিছিল। আনুষ্ঠানিক শিক্ষাক 'গল্ডেন হেণ্ডচেক' জনাই চিনেমাৰ ষ্টাৰ হ'ম বুলি ভবা সিদ্ধান্তক তেওঁলোকে মূৰ্খামি বুলি-আখ্যা দিলে। মাক-দেউতাকে এই ক্ষেত্ৰত জে-ল'ক কোনো ধৰণৰ অনুপ্ৰেৰণা আগবঢ়োৱা নাছিল। জে--ল' আছিল সৰুৰে পৰাই জেদী আৰু স্বাধীনচিতীয়া স্বভাৱৰ। যি কাম কৰিম বুলি ভাৱে কৰিবই। মনত তেওঁৰ অদমনীয় সাহস,-যাৰ বাবে এদিন তেওঁ আমেৰিকাৰ জনপ্ৰিয় অভিনেত্ৰী তথা গায়িকা জেনিফাৰ ল'পেজ হৈ উঠিছিল।

বৰ্ণময় সোণালী শৈশৱৰ দিনকেইটা সংগ্ৰামৰ মাজেদি পাৰ কৰি এদিন জে—ল'ই মানহাট্টানত শিক্ষা গ্ৰহণ কৰাৰ সুযোগ লাভ কৰিলে। তেতিয়াই তেওঁ মানহাট্টানত নৃত্য— গীতৰ প্ৰশিক্ষন লয়। সেই সময়ত তেওঁ বহুতো ত্যাগ, বহুতো পৰিশ্ৰম কৰিব লগাত পৰে। কেতিয়াবা অনাহাৰ অনিদ্ৰাই অনুশীলন কৰিয়ে সময় নিয়াইছিল। বিখ্যাত হোৱাৰ সপোন বাস্তৱ ৰূপ দিয়াৰ বাবে উঠি পৰি লাগিছিল। তেওঁ কৈছিল— 'মোৰ সপোন আছিল শৈশৱতে কিবা এটা হোৱাৰ সপোন, কিবা এটা কৰাৰ সপোন। সেই সপোন ফলিয়ালে, — যাৰ সৈতে এতিয়া মই বাস কৰো। তথাপি এতিয়াও পাবলৈ বহু বাকী আছে। বহুত সপোন আছে ধৰিবলৈ। মই আৰু ভাল কৰিব বিচাৰো। আৰু ভাল। এনেদৰে গৈ যেতিয়া মই ৮০ বছৰত ভৰি দিম, যেতিয়া মই কিবা এটা কব পাৰিম, তেতিয়া যেন ক'ব পাৰো— 'মই যি কৰিছিলো ভালেই কৰিছিলোঁ।' কবি ডব্লিউ. বি. ইয়েট্ছেও তাহানিতে কৈছিল— 'সপোনৰ মাজেদিয়েই বাস্তৱৰ সকলো দায়িত্ব গ্ৰহণ কৰিবলৈ মানুহ আগবাঢ়ি যোৱা উচিত।'

মানুহৰ মন হ'ব লাগে অদমনীয়। আশা আৰু সপোন হ'ব লাগে অপৰাজেয়। ব্যৰ্থতা স্বীকাৰ কৰিব নালাগে। জীৱনটো নিয়তিৰ খেলাৰ পুতলা বুলি পতিয়ন যাব নালাগে। মন আৰু বিবেকক উচ্চ আসন দিব লাগে। এই ক্ষেত্ৰত জে-ল' নতুন প্ৰজন্মৰ পথ প্ৰদৰ্শক। নৃত্য-গীতৰ শিক্ষা লোৱা শিক্ষানুষ্ঠানেই তেওঁক প্ৰথমবাৰৰ বাবে পপ ভিডিঅ'ত নাচিবলৈ সুযোগ দিয়ে। যাৰ বাবে জে—ল'ই লাভ কৰে ৫০ ডলাৰ। এই টকাই তেওঁক আৰ্থিক দিশত বিশেষ সহায় কৰিছিল।

## অভিনয় বিশ্বত জে-ল'

১৯৮৬ চনত ১৬ বছৰ বয়সত জেনিফাৰে 'মাই লিট্‌ল গাৰ্ল' নামৰ এখন নাটকত 'মাইৰা' নামৰ এটি চৰিত্ৰৰে অভিনয় জীৱনৰ পাতনি মেলে। তেওঁৰ জীৱনলৈ প্ৰথম সুযোগ আহিছিল টি ভি ধাৰাবাহিক 'ইন লিভিং কালাৰ'ৰ এটি গৌণ চৰিত্ৰৰ যোগেদি। সেই সময়ত তেওঁ বহুতো সমস্যাৰ সন্মুখীন হৈছিল। কাৰণ সেই সময়ত জে—ল'ৰ কোনো গ্লেমাৰ নাছিল। সেয়ে বহু পৰিচালক, প্ৰযোজকে জেনিফাৰ নাম শুনিয়েই দূৰতে বিদূৰ হৈছিল। তেওঁলোকে কৈছিল জেনিফাৰ দৰে নাম হীন, গ্লেমাৰহীন এগৰাকী অভিনেত্ৰীক লৈ কি কৰিম? কিন্তু জেনিফাৰ সহজে হাৰ মনা বিধৰ ছোৱালী নাছিল। নিজৰ ওপৰত আছিল তেওঁৰ গভীৰ বিশ্বাস। নিজৰ ওপৰত বিশ্বাস থাকিলে সকলো কাম অনায়াসে কৰিব পাৰি।

১৯৯৫ চনত বহুতো পৰিশ্ৰমৰ শেষত জেনিফাৰে 'মাই ফেমিলী' নামৰ ছবিখনৰ দ্বাৰা প্ৰথম ডাঙৰ পৰ্দাত পদাৰ্পণ কৰে। একে বছৰতে ল'পেজে উডি হাৰেলচন আৰু ৱেচলি স্নিপাচৰ লগত 'মানি ট্ৰেইন' নামৰ ছবিত একেলগে কাম কৰাৰ সুযোগ পায়। 'মানি ট্ৰেইন'ত তেওঁ মুখ্য চৰিত্ৰত অভিনয় কৰি হলিউড যাত্ৰাৰ পথ মুকলি কৰে। অভিনয়ৰ জগতখনত তেওঁ নিজৰ এক নতুন পৰিচয় দাঙি ধৰিছিল 'ব্লাড এণ্ড ৱাইন' নামৰ ছবিৰ দ্বাৰা। ছবিখনত তেওঁ জেক নিক'লচনৰ ৰক্ষিতাৰ চৰিত্ৰত অভিনয় কৰিছিল। ১৯৯৮ চনত 'আউট অব চাইট' নামৰ ছবিখনত অভিনয় কৰাৰ পিছতে জেনিফাৰ আটাইতকৈ দামী লেটিনা অভিনেত্ৰী হিচাপে প্ৰখ্যাত হৈ পৰে। প্ৰবাসী ভাৰতীয় চিত্ৰ নিৰ্মাতা টাৰ্ছেম সিঙৰ 'দ্য চেল' নামৰ ছবিখনে হলিউডত ব্যৱসায়িক সফলতা লাভ কৰাৰ লগতে ছবিখনত অভিনয় কৰা অভিনেত্ৰী জেনিফাৰ ল'পেজে অৰ্জন কৰিছে বিপুল জনপ্ৰিয়তা। 'দ্য চেল'

ছবিখনৰ জৰিয়তে অভিনেত্ৰী হিচাপে ল'পেজ বিখ্যাত হৈ পৰে। 'দ্য চেল' ছবিখনে ল'পেজক আৱিষ্কাৰ কৰিলে এগৰাকী সফল আৰু সম্ভাৱনাময়ী হলিউডৰ অভিনেত্ৰী ৰূপত। ছবিখনত ল'পেজে এগৰাকী মনোবিজ্ঞানীৰ জটিল-চৰিত্ৰত অভিনয় কৰিছে। এখন আলোচনীয়ে জে-ল'ক সবাতোকৈ যৌন আবেদময়ী নাৰী বুলি অভিহিত কৰিছে। তীব্ৰ যৌন আবেদনময়ী চেহেৰাৰ অধিকাৰী জেনিফাৰ যে অভিনয়তো সমানে হস্ত সিদ্ধ, সেই কথা 'দ্য চেল'ৰ যোগেদি জেনিফাৰে প্ৰমাণ কৰি দেখুৱাইছিল। জেনিফাৰৰ অভিনয়ক সকলোৱে একেলগে শলাগিছে। 'দ্য চানডে টাইমছ' এ জেনিফাৰ অভিনয়ক প্ৰশংসা কৰি কৈছে— 'দ্য চেল'ত জেনিফাৰৰ অভিনয় দুৰ্দান্ত। জেনিফাৰে যে অচিৰে হলিউডত এখন বিশেষ আসন দখল কৰিব ই নিশ্চিত।' সমালোচকসকলৰ মতে জেনিফাৰ যেনেদৰে দেখিবলৈ সুন্দৰ, সেইদৰে অভিনয়ো আকৰ্ষণীয়।' সু-শিক্ষিতা জেনিফাৰ এটি সু-সংস্কাৰ মনৰো গৰাকী। 'আনাকোণ্ডা', 'ইউ টাৰ্ণ' আদি কেইবাখনো ছবিত সু-অভিনয় কৰা জেনিফাৰ ল'পেজৰ শেহতীয়া অভিনয় চমক হ'ল 'দ্য ৱেডিং প্লেনাৰ'। ছবিখনে শীৰ্ষস্থান অধিকাৰ কৰিছে। ছবিখনে একেৰাহে কেইবাসপ্তাহ জুৰি বক্স অফিচ হিট কৰি ৰাখিছিল। দ্য ৱেডিং প্লেনা'ৰে জেনিফাৰক জনপ্ৰিয়তাৰ চূড়ান্ত শিখৰ পোৱালৈগে। এসময়ত নিজকে প্ৰতিষ্ঠা কৰিবৰ বাবে তুমুল সংগ্ৰাম কৰা ল'পেজে আজি নিজ যত্নৰ বলতে আকাশ চুমিছে।

## সংগীত বিশ্বত জে-ল'

অভিনয়ৰ দ্বাৰা নিজৰ কেৰিয়াৰ গঢ়িছে যদিও জে—ল' মূলতঃ গায়িকা হিচাপেহে অধিক জনপ্ৰিয় আছিল। ইতিমধ্যে কেইবাটিও ব্যৱসায় সফল মিউজিক এলবাম জে—ল'য়ে উপহাৰ দিছে। শৈশৱৰ নষ্টাল'জিক কথাবোৰকে গীতৰ আকাৰ দি সজোৱা 'অনদ্য ছিক্স' নামৰ ল'পেজৰ প্ৰথম এলবামটো গোটেই বিশ্বতে ৮ মিলিয়ন কঁপি বিক্ৰী হৈছিল। অভিনেত্ৰী হিচাপে গ্লেমাৰ জগতত জে-ল', যিমান নিপুণ সেইদৰে গায়িকা হিচাপেও তেওঁ সিমানে জনপ্ৰিয়। হলিউডৰ চিনে জগতত তেওঁ যিদৰে 'ছুপাৰষ্টাৰ সেইদৰে সংগীত জগতখনতো তেওঁ এগৰাকী অদ্বিতীয় শিল্পী। শেহতীয়াকৈ জেনিফাৰ ল'পেজৰ গীতৰ এল-বাম 'জে-ল'ৰ বিক্ৰীৰ

তালিকাই শীৰ্ষস্থান লাভ কৰিছে। এলবামটোৰ নামাকৰণ কৰোতে জেনিফাৰে প্ৰিয় 'জে-ল' নামটোকে ব্যৱহাৰ কৰিছে। এল-বামটোৰ 'লাভ ড'ণ্ট বষ্ট এ থিং' শীৰ্ষক গীতটোৱে এলবামটোক ছুপাৰহিট কৰালে।

## সঁচা প্ৰেমৰ সন্ধানত জে-ল'

শৈশৱৰ পৰাই সীমাহীন সপোনৰ সৈতে ডাঙৰ হোৱা ছোৱালীজনীয়েই হ'ল— জেনিফাৰ ল'পেজ। সপোন কোনেনো নেদেখে? কিন্তু সপোন বাস্তৱত ৰূপায়িত হয় কেইজনৰ? বাইৰণে কৈছিল— 'মানুহৰ জীৱনটোনো কি? কেৱল আশা, স্বপ্ন আৰু .....।' এই ক্ষেত্ৰত জেনিফাৰ লাকী। যি সপোনৰ মাজেদিয়েই জীয়াই থকাৰ প্ৰেৰণা পাইছে।

সকলো নাৰীৰ জীৱনলৈ এবাৰ হ'লেও এজন পুৰুষ আহেই। প্ৰায় বেছিভাগ নাৰীয়েই বিচাৰে তেওঁলোকৰ মনটোৰ ভিতৰুৱা কথাবোৰ যেন মনৰ পুৰুষজনেও বুজি পাওঁক। এগৰাকী নাৰীয়ে যেতিয়া এজন পুৰুষক অন্তৰৰ পৰা ভাল পায় পেলাই তেতিয়া নাৰী গৰাকীয়ে পুৰুষজনক তেওঁৰ সকলো তন-মন উপহাৰ দিয়ে বিশ্বাসত। বিশ্বাস প্ৰেমৰে অন্য এক নাম। এগৰাকী নাৰীয়ে জীৱনত পুৰুষৰ লগত বহুতো 'কম্প্ৰমাইজ' কৰিব লাগে। নাৰীৰ দেহ, মন পুৰুষৰ লগত 'শ্বেয়াৰ' হয়। নাৰীৰ কোমল অন্তৰ আৰু পুৰুষৰ কঠিন অন্তৰৰ মাজত মিলন হোৱা স্বত্বেও কৰবাত 'গেপ' ৰৈ যায়। যিয়ে প্ৰেমময় জগতলৈ আনি দিয়ে সীমাহীন ট্ৰেজেডি।

'প্ৰেম' জীৱনৰে অন্য এক নাম। প্ৰেমে মানুহৰ মগজুক আলোকিত কৰি তোলে। প্ৰেমে হতাশা, উদ্বিগ্নতা আদি দূৰ কৰে। জে-ল'ৰ জীৱনৰ অন্য এক নাম যিদৰে সংগ্ৰাম, সেইদৰে প্ৰেমেৰ তেওঁৰ যৌৱন চপচ্পীয়া। আগতেই উল্লেখ কৰা হৈছে জেনিফাৰ প্ৰেমিক, গুণমুগ্ধৰ সংখ্যা অগণন। ব্যস্ততাৰ মাজতো 'কিউপিড'ৰ শৰবিদ্ধ হৈছিল জেল'? কিউপিড বা কামদেৱৰ প্ৰেমৰ পঞ্চশৰে জে—ল'ক আহত কৰিলেও প্ৰেমৰ ক্ষেত্ৰত তেওঁ অৱশ্যে অলপ অন্যধৰণৰ। অৰ্থাৎ অন্যান্য শিল্পী তথা অভিনেতা-অভিনেত্ৰীসকলে যিধৰণে প্ৰেমৰ সংজ্ঞা দিয়ে জে—ল'য়ে সেয়া মানি নলয়। তেওঁ বিশ্বাস নকৰে যে প্ৰথম দৃষ্টিতে কাৰোবাৰ সৈতে প্ৰেম হ'ব পাৰে। তেওঁৰ মতে প্ৰেমে লাহে লাহে সংগোপনে হৃদয়ত স্থিত হয়। জাৰ্মানীৰ মহিলা আলোচনী এখনত জে—ল'ই উল্লেখ কৰিছে। 'প্ৰেমক মই ইমান

সহজতে মানি ল'ব নোৱাৰো। মোৰ কাৰণে প্ৰথম চুম্বনটোৱে দীৰ্ঘ সময় ল'ব। মই কেতিয়াও শীঘ্ৰে নিয়ন্ত্ৰণৰ বাহিৰলৈ যাব নিবিচাৰো বা যৌন সম্পৰ্কত হেৰাই যোৱাৰ পক্ষপাতি নহওঁ।"

সঁচা প্ৰেমৰ সন্ধানত থকা ল'পেজ প্ৰেমৰ ক্ষেত্ৰটো সাংঘাটিক ভাৱে চিৰিয়াছ। তেওঁ আবেগত উটি-ভাহি ফুৰা বিধৰ প্ৰেমিকা নহয়। তথাপিও জে—ল' দাম্পত্য জীৱনত সুখী নহয়। ১৯৯৭ চনৰ ফেব্ৰুৱাৰী মাহত কিউবিয়ান মডেল অ'জানি নোৱা নামৰ যুৱক এজনৰ সৈতে ল'পেজৰ বিবাহ হয়। ল'পেজে তেওঁৰ প্ৰেমিকক প্ৰথম লগ পাইছিল এখন ৰেষ্টুৰেণ্টৰ ৱেটাৰ হিচাপে। কিন্তু পৰস্পৰৰ এই বিবাহ মাত্ৰ এবছৰহে টিকি থাকিল। ১৯৯৮ চনত তেওঁলোকৰ বিবাহ-বিচ্ছেদ হয়। বিচ্ছেদৰ পাছত আমেৰিকাৰ ললনাই জিৰাইছিল বন্ধু, প্ৰেমিক ছিন পুফি কম্বৰ বুকুত। ৰেপ গায়ক ছিন পুফি আৰু সাগৰ নীলা চকুযুৰিৰে স্বপ্ন সুন্দৰী জেনিফাৰ প্ৰেমৰ সেন্দুৰীয়া পথেৰে আগবাঢ়িছিল বহুদিন। দুয়োৰে হৃদয়ত প্ৰেমৰ সুবাস। প্ৰিয়জন জে — ল'ৰ চকুত সাগৰৰ এচামুচ নীলা বিচাৰি ছিন ব্যাকুল হৈ পৰিছিল। কিন্তু ছিন পুফিৰ বিশাল বক্ষই বেছি দিনলৈ উম দি ৰাখিব পৰা নাছিল ভেনাছৰ আমেৰিকান সংস্কাৰণক। দুয়োৰে ৰোমাণ্টিক সম্পৰ্কৰ এদিন অন্ত পৰে। দুবছৰ ধৰি ছিনৰ স'তে প্ৰেমপাশত আবদ্ধ হোৱা ল'পেজৰ এই প্ৰেম বিচ্ছেদৰ কথা মিলেনিয়াম বৰ্ষৰ ভেলেণ্টাইন ডে'ত প্ৰকাশ পাইছিল। ত্ৰিশোৰ্ধ ছিন পুফি অবৈধ অস্ত্ৰৰ এটি গোচৰত নিউয়ৰ্কত বিচাৰাধীন হৈ থকাৰ সময়তে ছিনে জেনিফাৰৰ স'তে তেওঁৰ দুবছৰীয়া প্ৰেমৰ বিচ্ছেদৰ কথা ব্যক্তিগতভাৱে স্বীকাৰ কৰে।

জনপ্ৰিয় অভিনেত্ৰী জেনিফাৰ মতে হৃদয়ৰ আত্মিক সৌন্দৰ্যহে প্ৰকৃত সৌন্দৰ্য। তেওঁৰ মতে, 'প্ৰকৃত সৌন্দৰ্য অন্তৰৰ পৰা আহে। শাৰীৰিক সৌন্দৰ্য মৰহি যায়। কিন্তু আত্মিক সৌন্দৰ্য সদায়ে চকু আৰু হাঁহিৰে প্ৰকাশ পায়।'

জেনিফাৰ আৰ্হি হ'ল কৰবাৰা ষ্টেইচাণ্ড, ডায়েনা ৰছ আৰু বেটে মিদলাৰ নামৰ প্ৰাশ্চাত্যৰ তিনিগৰাকী শিল্পী। কাৰণ তেওঁলোকে নাচিব পাৰে, গান গাব পাৰে আৰু পাৰে অভিনয় কৰিব। জন্মসূত্ৰে ৰোমাণ্টিক বুলি কোৱা জেনিফাৰ মতে 'মই উপলব্ধি কৰিছো যে নিজে ভাল পোৱা মানুহৰ পৰিয়ালৰ আৰু বন্ধুৰ সৈতে সময় উপভোগ কৰাতকৈ মূল্যবান একো নাই। উপহাৰ এনে উপভোগৰ বিকল্প হ'ব নোৱাৰে।'

এবাৰ বিবাহ বিচ্ছেদ হোৱা এই মহিলাগৰাকীয়ে কিন্তু জনপ্ৰিয়তাৰ চূড়ান্ত শিখৰত আৰোহণ কৰাৰ পাছতো বিবাহ আৰু এটা সুকীয়া পৰিয়ালৰ কথা কল্পনা কৰে। সংগীত, ভালপোৱা, নৃত্য ভালপোৱা, অভিনয় ভালপোৱা এই মৰমিয়াল অভিনেত্ৰী তথা গায়িকা গৰাকীৰ এগৰাকী নাৰী হিচাপে মনত এটি পৰিয়ালৰ সপোন আছে। সুৰা, নৈশ পাৰ্টি, চিগাৰেট, ড্ৰাগছ আদিৰ পৰা বিৰত থকা ৰোমাণ্টিক নায়িকা গৰাকীৰ মতে — 'বহুত পায়ো তুমি একো নাপাব পাৰা যদিহে তোমাৰ সুখৰ অংশীদাৰ হ'বলৈ কোনো নাথাকে।' — গতিকে সফলতাৰ আকাশ চুমিবলৈ সপোন ৰচা জেনিফাৰ ল'পেজ আজি এজন সঁচা প্ৰেমিকৰ সন্ধানত। বেন এফ্লেক হ'ল জে-লৰ বৰ্তমানৰ প্ৰেমিক। জেনিফাৰে কৈছে— বেনৰ বিষয়ে এনেদৰে-- 'বুদ্ধিদীপ্ততাৰে উজ্জ্বল তেওঁ, প্ৰেমত পৰিবৰ মন যোৱা, মৰম লগা, সুন্দৰ। সকলো ক্ষেত্ৰতে প্ৰশংসাযোগ্য তেওঁ।' 'তদুপৰি, বহু কথা শিকিছোঁ তেওঁৰ পৰা। তেওঁক মই শ্ৰদ্ধা কৰোঁ অন্তৰৰ পৰা।'

স্মৰ্তব্য যে পপ ষ্টাৰ গৰাকী কৰিঅ'গ্ৰাফাৰ ক্ৰিছ জডৰ সৈতে বিবাহ পাশত আৱদ্ধ হৈছিল। এই বিবাহত পৰিয়ালৰ সকলো সদস্য আৰু বহুতো বন্ধু তথা মনোৰঞ্জন জগতৰ লোক উপস্থিত আছিল। পপ ষ্টাৰ তথা হলিউড তাৰকা গৰাকীৰ এই দ্বিতীয় বিবাহ সফল নহ'ল।

## সৰ্বশ্ৰেষ্ঠা দেহৰ গৰাকী জে. ল.

'চেলিব্ৰিটী বডীজ'ৰ দ্বাৰা সম্পন্ন কৰা এক পৰ্যবেক্ষণৰ দ্বাৰা প্ৰখ্যাত লেটিনী পপ গায়িকা আৰু নায়িকা জেনিফাৰ লোপেজক সৰ্বশ্ৰেষ্ঠা দেহসম্পন্ন ৰূপহীৰ আখ্যা দিয়া হৈছিল। আনহাতে, পুৰুষৰ ক্ষেত্ৰত পাইছে ব্ৰিটেইনৰ ষ্টাৰ ফুটবলাৰ ডেভিদ বেকহম-এ। 'লেটিনী বম'চেল' নামেৰে জনাজাত লোপেজে 'গিগলী' ছবিত বেন এপ্লেকৰ সৈতে সহঃশিল্পীৰ ৰূপত অভিনয় কৰিও আন এক খ্যাতি অৰ্জন কৰিছে। এই ছবিখনত অভিনয়ৰ বাবে লোপেজে আগধন হিচাপে লাভ কৰিছে এক কোটি বিশ ডলাৰ। ছবিত 'ড্ৰীম ৰোল'ৰ লগতে 'ড্ৰীম মানি' তথা সৰ্বশ্ৰেষ্ঠা দেহৰ মল্লিকা হোৱাৰ বাবে লোপেজৰ এতিয়া আনন্দৰ সীমা নাই।

হলিউডৰ চেলিব্ৰেটি সকলৰ মাজত চলোৱা এক সমীক্ষা মতে জেনিফাৰ ল'পেজৰ ফ্লন' বেছিভাগেই হাচিল কৰিব বিচাৰে। ●

### পপ বিশ্বত এগৰাকী ৰাংঢালী যুৱতী

# মেডোনাৰ জেৰক্স কপি ব্ৰিটনী জিন স্পীয়ৰ্চ

এক বিংশ শতিকাত মেডোনা আজি ভাগৰুৱা। আজি মেডোনা যৌনতাৰ প্ৰতি সিমান আকৰ্ষিত নহয়। যৌৱনৰ সাগৰত বহুদিন সাতুৰি নাদুৰি ভাগৰি পৰা মেডোনা আজি দুটি সন্তানৰ মাতৃ। এতিয়া তেওঁ জিৰণি ল'ব বিচাৰে।

পপ বিশ্বত মেডোনাই ভূমুকি মাৰিছিল ১৯৮২-৮৩ চনত যিটো সময়ত কেণ্টয়ুডত এটি শিশুৰ জন্ম হৈছিল। সেই শিশুটি আজি গাভৰু। যি আজি পপ সংগীতৰ জোকাৰণি। তেঁৱেই হ'ল মেডোনা জুনিয়ৰ বা মেডোনাৰ ক্লন বা মেডোনাৰ জেৰক্স ক'পি বা মেডোনাৰ দ্বিতীয় সংস্কৰণ ৰূপে খ্যাত ব্ৰিটনী স্পীয়ৰ্চ। যি অচিৰতে মেডোনাৰ খালি আসন পূৰাব।

## ব্ৰিট্‌নী এগৰাকী ৰাংঢালী যুৱতীৰ নাম

দেহত অফুৰন্ত যৌৱনৰ সম্ভাৰ লৈ, এটা তেজস্বী প্ৰাণোচ্ছল মন লৈ, হালধীয়া বাদামী ৰঙৰ চুলি আৰু উজ্জ্বল চকুৰে যুৱ-হৃদয় জয় কৰা যুৱতী গৰাকীয়ে হ'ল— একবিংশ শতিকাৰৰ 'নতুন মেডোনা' ব্ৰিট্‌নী জিনস্পীয়ৰ্চ। সংগীতেই যাৰ জীৱনৰ সৰ্বোত্তম কবিতা। যি ইতিমধ্যে সংগীত বিশ্বত টৌ তুলিছে। যাৰ প্ৰতিটো সন্ধ্যা সংগীতৰ নামতে উৎসৰ্গিত। প্ৰাণ প্ৰাচুৰ্যৰে পূৰ্ণ হাস্যময়ী যুৱতী ব্ৰিট্‌নী। সৌন্দৰ্য কুমাৰী পপ সংগীতৰ ভোটাতৰা ব্ৰিট্‌নীৰ সংগীতে নতুন প্ৰজন্মৰ হৃদয়ত ইতিমধ্যে ঝংকাৰ আনিছে। যাৰ সংগীতে আজি 'নেট জেনেৰেশ্যন'ৰ হৃদয় জীপাল কৰি ৰাখিছে। 'টিন কুইন', 'পপ কুইন' খ্যাত ব্ৰিট্‌নী পপ বিশ্বৰ এক জোকাৰণি। উদীয়মান প্ৰজন্মৰ শেহতীয়া উৎকণ্ঠা।

ব্ৰিট্‌নী জিন স্পীয়ৰ্চৰ জন্ম হয় ১৯৮২ চনত কেণ্টয়ুডত। দেউতাক হ'ল জেমি আৰু মাতৃ হ'ল লিন। পিতৃ-মাতৃৰ তিনি সন্তানৰ ভিতৰত মাজৰ কন্যা সন্তানটিয়ে হ'ল ব্ৰিট্‌নী। ককায়েক ব্ৰায়ান আৰু ভাতৃ জেমি। ব্ৰিট্‌নীৰ ঘৰত মতা নাম হ'ল 'বিট্ বিট্'।

'শৈশৱৰ পৰাই তেওঁৰ সংগীতৰ প্ৰতি ধাউতি আছিল। চাৰি বছৰ বয়সৰ পৰাই তেওঁ কেণ্টয়ুডৰ সংগীতানুষ্ঠান বিলাকত ভাগ লৈছিল। ৮ বছৰ বয়সত তেওঁ ডিজনী চেনেলৰ 'মিকি মাউছ ক্লাব'ত কণ্ঠ পৰীক্ষা দিয়ে। অৱশ্যে প্ৰতিভা থাকিও 'বদমাচ শিশু' বুলি ঘৰলৈ ঘূৰি যাবলৈ বাধ্য হয়। সেই সময়তেই তেওঁ নিউইয়ৰ্কৰ 'অফ্-ব্ৰডৱে ড্যান্স চেণ্টাৰ' আৰু 'প্ৰফেছনেল পাৰফৰ্মিং আৰ্টছ স্কুল'ত নাচ-গান শিকিবলৈ লয়। ব্ৰিট্‌নীৰ নিজৰ ভাষাত— 'দহ বছৰ বয়সত মই মঞ্চত এক চয়তান শিশুৰ ভূমিকাত যাক দেখিলে ভাব হয় খুবেই ৰসিক।' এঘাৰ বছৰ বয়সত তেওঁ টিভি অনুষ্ঠান আৰু চলচ্চিত্ৰত পূণোদ্যমে অভিনয় কৰে। ১৯৯১ চনত তেওঁ 'ব্ৰডৱেৰ ৰুথলেছ' নামৰ কমেডিখনত অভিনয় কৰে। ১৩ বছৰ বয়সত ব্ৰিট্‌নী নিউইয়ৰ্কলৈ যায় আৰু মাইকেল জেকছন, মাৰিয়া ক্যাৰেৰ দৰে পপ শিল্পী হোৱাৰ সপোন দেখে। ১৫ বছৰ বয়সত ব্ৰিট্‌নী পপ শিল্পী হিচাপে কম বেছি পৰিমাণে জনপ্ৰিয় হয়।

সকলোৰে এখন নিজা পৃথিৱী থাকে। এই বিচিত্ৰ পৃথিৱীত সকলোৰে নিজা এক ব্যস্ততা থাকে। বৈচিত্ৰহীন জীৱন অকল কাপুৰুষৰহে কাম্য। ব্ৰিট্‌নী ব্যস্ত সংগীত বিশ্বক লৈ। শিক্ষা সাং কৰি তেওঁ 'জাইব ৰেকৰ্ডছ'ত গীত গোৱাৰ বাবে চুক্তিবদ্ধ হয়। নিউইয়ৰ্ক, চুইডেনত থকা কালছোৱাত তেওঁ প্ৰযোজক এৰিক ফোষ্টাৰ হোৱাইট, জো কি ব'য়জ'ন, হুইটনী হাষ্টন, হাই ফাইভ, মাৰ্টিন আদিৰ লগত কাম কৰাৰ সুযোগ পায়।

## ব্ৰিটনীৰ এলবাম

ব্ৰিট্‌নী প্ৰখ্যাত হোৱাৰ মূলতে হ'ল তেওঁৰ জনপ্ৰিয় এলবাম দুটি। যি দুটি এলবামে ইতিমধ্যে এতিয়ালৈকে থকা সকলে ৰেকৰ্ড ভংগ কৰিছে। ব্ৰিট্‌নীৰ জীৱনৰ প্ৰথম যোগসূত্ৰ হয় ১৯৯৮ চনত জিম ৰেকৰ্ডছৰ লগত। তেওঁক জনপ্ৰিয় কৰি তোলে 'বেবী, ৱান ম'ৰ টাইম' নামৰ প্ৰথম এলবামটোৱে। এলবামটিয়ে হংকং, থাইলেণ্ড, ইণ্ডোনেছিয়া, ভাৰত, জাপান, আদিত অসামান্য জনপ্ৰিয়তা লাভ কৰে। 'বেবী, ৱান ম'ৰ টাইম' বিক্ৰী হৈছে এক কোটি বিশ লাখ কপি। এইটো আজিও সমগ্ৰ বিশ্বৰ একক এলবামৰ ভিতৰত আটাইতকৈ অধিক বিক্ৰী হোৱা এলবাম।

ব্ৰিট্‌নীৰ দ্বিতীয় এলবামটি হ'ল — 'উফচ, আই ডিড ইট এগেন'। বিক্ৰীৰ ক্ষেত্ৰত এই এলবামটিয়েও ইতিমধ্যে এক অভিলেখ স্থাপন কৰিছে। প্ৰথম সপ্তাহতে এলবামটি ১৩ লাখ ২০ হেজাৰ কপি বিক্ৰী হোৱা এই এলবামটিৰ বাবে ব্ৰিট্‌নীয়ে মহিলা পপ ভকেলিষ্ট আৰু পপ ভকেল এলবামৰ প্ৰেমী বঁটাৰ বাবে মনোনয়ন লাভ কৰিছিল। ১৯৯৯ চনত ব্ৰিট্‌নীৰ আছিল ১.৫ কোটি ডলাৰ আয়। ব্ৰিট্‌নীৰ ভাষাত — "যিসকল মোৰ বয়সৰ, তেওঁলোকৰ ওচৰত সঁচাই মই বিশেষ হ'ব পাৰিছো। হু ইজ ইয়ং এণ্ড হেপী এণ্ড ফান, তেওঁলোকৰ বাবেই মোৰ গান আৰু জীৱন।"

ব্ৰিট্‌নী স্পীয়ৰ্চ — নামটোৱে আজি তেওঁৰ পৰিচয়। তেওঁৰ ঠিকনা। মানৱী নহয় যেন এটি জীৱন্ত কবিতাহে। ব্ৰিট্‌নীৰ কণ্ঠত মেডোনাৰ দৰেই যাদু আছে। তেওঁৰ ওঁঠ দুটিৰ ক্ষমতা মেডোনাৰ দৰেই অপৰাজেয়। কণ্ঠত আছে অমৃতৰ সুৰ। যাৰ গীত শুনি তন্দ্ৰাৰতৰ তন্দ্ৰা ভাগে, নিদ্ৰাহীনৰ চকুত টোপনিৰ নিচা জাগে। পপ সংগীতেৰে মেডোনাই যিদৰে এদিন বিশ্ব জোকাৰিছিল সেইদৰে ব্ৰিট্‌নী মিলেনিয়াম জেনেৰেশ্যনৰ উৎকণ্ঠা। 'টিন চেঞ্চেচন' নৱ প্ৰজন্মৰ হিয়াৰ ৰাণী ব্ৰিট্‌নীৰ কণ্ঠৰ বাবে বিশ্বৰ বিখ্যাত বিখ্যাত কেছেট ব্যৱসায়ী সকল পাগল। কাৰণ ব্ৰিট্‌নীৰ এলবামে মাইকেল জেকছনৰ জনপ্ৰিয়তাকো চেৰাই যায়।

মেডোনাৰ নতুন সংস্কৰণ ব্ৰিট্‌নী জিন স্পীয়ৰ্চৰ শৰীৰৰ উচ্চতা হ'ল ৫ ফুট ৪ ইঞ্চি। তেওঁৰ প্ৰিয় অভিনেতা হ'ল মেল গিবছন। নেভী ব্লু পোছাক ভালপোৱা ব্ৰিট্‌নীৰ কিতাপ পঢ়াতো এক চখ। সকলো ধুনীয়া বস্তুৰে প্ৰাণ আছে। এটি সুন্দৰ মন আৰু প্ৰাণ হ'ল ব্ৰিটনী। ছোৱালীজনীৰ দেহৰ গঠনটো সুন্দৰ। নিয়মীয়া শৰীৰ চৰ্চা, যোগাসন, ডায়েট কণ্ট্ৰল, সঠিক প্ৰসাধন, স্মাৰ্টনেছ কষ্টিউম আদিয়ে ব্ৰিট্‌নী এগৰাকী সুন্দৰী যুৱতী। তেওঁৰ বডি লেংগুৱেজটো হ'ল তৰুণী মনৰ। যেন নতুনকৈ গাভৰু হ'ব খোজা পাটগাভৰু গৰাকীহে। বৈ পৰা সোণালী চুলি, সুতীব্ৰ আৰু আবেদনময়ী কণ্ঠেৰে বৰ্তমান পপ সংগীত জগত উত্তাল কৰি ৰখা ব্ৰিট্‌নী এগৰাকী কুৰি বছৰীয়া গাভৰু। ক্ৰমাগতভাৱে কেৱল সফলতাৰ মুখ দেখি অহা ব্ৰিট্‌নীৰ শ্ৰোতা হ'ল নিউজেনেৰেশ্যনৰ— টিন-এজাৰ সফল। তেওঁৰ এলবামৰ শ্ৰোতা হ'ল কুৰি বছৰৰ তলৰ চাম। প্ৰকৃততে আজিৰ টিন এজাৰ সকলে

কি ভাল পায় তাক ভালদৰে জানে পপ সংগীত জগতৰ নৱতম তাৰকাগৰাকীয়ে। কাৰণ তেওঁ নিজেই এগৰাকী শিল্পী যদিও এগৰাকী শ্ৰোতা আৰু দৰ্শক। পপ জগতৰ সম্প্ৰতি অসংখ্য নামী দামী শিল্পীৰ মাজতো ব্ৰিট্‌নী জিলিকিবলৈ সক্ষম হোৱাটো এক উল্লেখযোগ্য প্ৰাপ্তি। তেওঁৰ সংগীতৰ এক নিজস্ব ধ্যান-ধাৰণা তথা ষ্টাইল আছে। সংস্কৃত সন্ধিয়াৰ মঞ্চ পৰিবেশনৰ ক্ষেত্ৰত তেওঁৰ এক চৌখিন ষ্টাইল আছে। যিটো মাইকেল জেকছনৰ ক্ষেত্ৰত দেখা যায়। সমগ্ৰ বিশ্বৰে ব্ৰিট্‌নী সংগীতৰ প্ৰতি ইমানেই দুৰ্বলতা যে বিগত বছৰটোৰ ছটা মাহত তেওঁ মাত্ৰ তিনিটা দিনহে জিৰাবলৈ সময় পাইছিল।

ব্ৰিট্‌নী এগৰাকী নামী মডেলো। তেওঁৰ নামত উলিওৱা উৎপাদক সামগ্ৰীসমূহেও বিক্ৰীৰ দিশত অভিলেখ সৃষ্টি কৰিছে। পপ সম্ৰাজ্ঞী মেডোনাৰ দৰে ব্ৰিট্‌নীৰ ব্যাপক জনপ্ৰিয়তাকলৈ ব্যৱসায় কৰাৰ বাবে কোম্পানী সমূহ আগবাঢ়ি আহিছে। ব্ৰিট্‌নীৰ টেলেণ্ট আছে। আমেৰিকাৰ বিখ্যাত পত্ৰিকা 'ফাৱাৰ্চ'য়ে ব্ৰিট্‌নীক যোৱা শতাব্দীৰ এশ প্ৰসিদ্ধ লোকৰ মাজত স্থান দিছে। মেডোনাৰ দৰে তেওঁ হলিউডতো ভৰি দিছে। গায়িকা, মডেল, অভিনেত্ৰী হিচাপে মেডোনা যিদৰে খ্যাত সেইদৰে ব্ৰিট্‌নীয়েও তিনিটা দিশ সমানে আগুৱাই নিয়াৰ প্ৰচেষ্টাৰ কৃপণালী কৰা নাই। হলিউডৰ ছবিৰ বাবে চুক্তিবদ্ধ হৈছে ব্ৰিট্‌নী। তেওঁ ইয়াৰ আগতে TV অনুষ্ঠানত পৰিবেশিকা হিচাপে অভিনয় কৰিছে। আনহাতে ব্ৰিট্‌নীক মিলেনিয়াম বৰ্ষটোৰ সবাতোকৈ বেয়া (worst) ফেশ্বনৰ নাৰী হিচাপে অভিহিত কৰিছিল ফেশ্বন ডিজাইনাৰ মিঃ ব্লেকৱেলে। ব্লেকৱেলে প্ৰস্তুত কৰা 'ওৱৰ্ষ্ট ড্ৰেছড অ'মেন' তালিকাত ব্ৰিট্‌নীয়ে প্ৰথম স্থান অধিকাৰ কৰিছিল।

ব্ৰিট্‌নীৰ লক্ষ্য হ'ল কায়মনোবাক্যে মেডোনাৰ শীৰ্ষতাত অধিষ্ঠিত হোৱা, মেডোনাৰ জগতখনত প্ৰৱেশ কৰা। মেডোনাৰ দৰে পপ বিশ্বৰ জনপ্ৰিয়তাৰ তুংগত অধিস্থিত হ'বলৈ ব্ৰিট্‌নীয়ে জীৱনত বহুতো 'কম্প্ৰমাইজ' কৰিব লাগিব। যৌৱন কালত এক উচ্ছৃংখল জীৱনেৰে বাট বোলা বুলি মেডোনাৰ এটি বদনাম আছে। অৱশ্যে বদনামেই মেডোনাৰ জীৱনলৈ সদনাম কঢ়িয়াই আনিছিল। সমাজৰ দৃষ্টিত 'বেয়া ছোৱালী' মেডোনা আজি 'বিশ্বৰ তপত সম্পত্তি' বুলি অভিহিত। আনহাতে নিজৰ 'ইমেজ'টোক লৈ ব্ৰিট্‌নী বেচ সচেতন।

# ভাৰ্জিনিটি সম্পৰ্কে ব্ৰিটনী

যি মেডোনাই এদিন কুমাৰীত্ব বিসৰ্জন দিয়াতোক কেৰিয়াৰ গঢ়াৰ প্ৰথম খোজ বুলি উক্তি কৰিছিল আনহাতে ব্ৰিট্‌নীৰ আজি উক্তি হ'ল — "ভাৰ্জিনিটি ইজ এ গুড থিং টু বিং টু ইয়'ৰ লাইফ পাৰ্টনাৰ।" এতিয়াও অক্ষত ৰাখিছো মোৰ কুমাৰীত্ব। যিজন পুৰুষৰ লগত বিবাহত আৱদ্ধ হ'ম, তেওঁকেই উপহাৰ দিম মোৰ নিভাজ, সুৰক্ষিত কুমাৰীত্ব।" ব্ৰিট্‌নী হ'ল এক নতুন যৌনচেতনাৰ প্ৰতীক।

মুক্ত যৌনতা আধুনিকতাৰ এক ভাইৰাচ। মুক্ত জীৱন, মুক্ত সহবাস, ডেটিং আদিয়ে কুমাৰীত্ব বিসৰ্জন দিয়াত মূলধন যোগাইছে। পশ্চিমীয়া সমাজৰ মুক্ত সমাজৰ ক্ষেত্ৰখনত অক্ষত কুমাৰীত্ব ঢেকীয়ৰ ফুলৰ দৰে দুষ্পাপ্য হৈ পৰিছে। ভাৰ্জিনিটি হৈ পৰিছে দুৰ্লভ।

একবিংশৰ শতিকাৰ আৰম্ভণি বৰ্ষটোতে সৌ সিদিনা বাৰ্লিনত অনুষ্ঠিত হৈ গ'ল 'লাভ পেৰেড'। অৰ্থাৎ প্ৰেমৰ এক বিচিত্ৰ শোভাযাত্ৰা। বিশ্বৰ বিভিন্ন দেশৰ প্ৰায় ১০ লাখ নগ্ন, অৰ্দ্ধনগ্ন প্ৰেমিক-প্ৰেমিকাই এই শোভাযাত্ৰাত অংশ গ্ৰহণ কৰে। উল্লেখ্য যে এই যৌন পেৰেডত ভাগ লোৱা সকলো যুৱতী প্ৰেমিকাই কুমাৰীত্ব বিসৰ্জন দিয়ে সেই বিশেষ দিনটোত।

এই ক্ষেত্ৰত ব্ৰিট্‌নী জিন স্পিয়ৰ্ছ এক প্ৰত্যাহবান। 'ভাৰ্জিনিটি' আজি দেশত দুৰ্লভ বুলিয়েই ব্ৰিট্‌নীয়ে তাক চমৎকাৰভাৱে কামত লগাইছে। আমেৰিকাৰ পুৰুষ সৰ্বস্ব গানৰ গ্ৰুপ 'এন. এছ. ৱাই এন চি'ৰ এজন প্ৰসিদ্ধ গায়ক জাষ্টিন হ'ল ব্ৰিট্‌নীৰ এক বিশেষ বন্ধু। ব্ৰিট্‌নীৰ মতে "জেষ্টিন বৰ্তমান মোৰ প্ৰিয় বন্ধু। তেওঁৰ লগতেই ঘনিষ্ঠভাৱে নিয়মিত সান্নিধ্য। বাট আই ডেফিনেট্‌লি ওৱাণ্ট টু ট্ৰাই নট টু হেভ চেক্স আনটিল আই এম মেৰেড।"

'নতুন মেডোনা' ৰূপে খ্যাত ব্ৰিট্‌নী আজি পুৰণি মেডোনাৰ বাবেও এক প্ৰত্যাহ্বান। খ্যাতি আৰু প্ৰাপ্তিৰ অনন্ত যৌৱনা ব্ৰিট্‌নী আজি নেট জেনেৰেশ্যনৰ হৃদয়ৰ মণিকূটত।

যৌন আবেদনময়ী গায়িকা হিচাপে পৰিচিত হ'লেও প'প তাৰকা ব্ৰিট্‌নী স্পীয়ের্চে নিজকে সুন্দৰী নাৰী বুলি নাভাবে। "যেতিয়া মই আয়নাত নিজকে চাওঁ তেতিয়াই ভাবো মই দেখিবলৈ কিমান কুৰূপা।" 'গ্লেমাৰ' আলোচনীত এইদৰে

ব্ৰিট্‌নীয়ে মন্তব্য কৰিছে। ব্ৰিট্‌নীৰ ভাষাত মোৰ সাজ পোছাকবোৰো সুন্দৰ নহয়। মই নিজকে যৌন আবেদনময়ী বুলি নাভাবো। মোৰ সৌন্দৰ্যক লৈ মই মুঠেও সন্তুষ্ট নহয়। মই দেখিবলৈ তেনেই সাধাৰণ। তেওঁৰ মতে দৈহিক সৌন্দৰ্যতকৈ তেওঁৰ অনুৰাগীসকলে তেওঁৰ সংগীতৰ প্ৰতিহে অধিক গুৰুত্ব দিয়া উচিত। তেওঁ মন্তব্য কৰে যে "সংগীতেৰেহে মই মোৰ পৰিচয় দাঙি ধৰিব বিচাৰো, দৈহিক সৌন্দৰ্য্যৰে নহয়।" ব্ৰিট্‌নীৰ মতে তেওঁৰ শেহতীয়া এলবামত থকা "আই এম ন'ট এগাৰ্ল, ন'ট য়েট এ অ'মেন' শীৰ্ষক গীতটো হ'ল তেওঁৰ সবাতোকৈ জনপ্ৰিয় গীত। ব্ৰিটনীৰ মতে এই গীতটো তেওঁৰ সংগীত জীৱনৰ অন্যতম শ্ৰেষ্ঠ গীত। নিজৰ কুৰি বছৰীয়া জন্ম দিনত ব্ৰিটনীয়ে এই কথা প্ৰকাশ কৰি কয় যে 'মই এতিয়া বয়সত যুৱতী আৰু মহিলাৰ মধ্যৰেখাত থিয় দি আছো।' উল্লেখ্য যে বিগত ২০০১ চনৰ ২ ডিচেম্বৰত ব্ৰিটনী স্পীয়েৰ্চে টিন এজ ত্যাগ কৰিছে।

## ব্ৰিটনীৰ প্ৰেম

ব্ৰিটনী হ'ল সংবাদ জগতৰ এক হট মডেল। সংবাদ মাধ্যমত ব্ৰিটনীৰ যিমান ফটো প্ৰকাশ পাই আহিছে হয়তো আন কোনো তাৰকাৰে প্ৰকাশ পোৱা নাই। প'প জগতৰ 'হাৰ্ট থ্ৰব' ব্ৰিটনীৰ প্ৰেমিকৰ সংখ্যা অগণন। প্ৰেমত পৰাটো ব্ৰিটনীৰ বাবে হৈ পৰিছে চখৰ কথা। নহলেনো ফুটবল তাৰকা ডেভিড বেক হামক দেখাৰ লগে লগেই ব্ৰিটনী তেওঁৰ প্ৰেমত পৰেনে। আনহাতে ব্ৰিটেইনৰ ৰাজকুমাৰ ডায়েনাৰ পুত্ৰ উইলিয়ামৰ লগতো ই-মেইল ৰোমাঞ্চ চলাইছিল পপ তাৰকা গৰাকীয়ে। প্ৰকৃততে ব্ৰিটনীয়ে প্ৰেমক এতিয়াও 'চিৰিয়াচ' ভাৱে লোৱা নাই।

স্মৰ্তব্য যে আমেৰিকাত আয়োজিত সংগীত বঁটা প্ৰদান অনুষ্ঠানত ব্ৰিট্‌নীৰ ব্ৰিটিছ ফুটবল তাৰকা ডেভিড বেকহামৰ লগত চাৰি চকুৰ মিলন হয়। প্ৰথম দৰ্শনতে বেকহামৰ প্ৰতি ব্ৰিটনীৰ অন্তৰত প্ৰেমভাৱ উপজে। সুদৰ্শন ব্ৰিটিছ ফুটবলাৰ জনাৰ প্ৰতি নিজৰ অনুৰাগ গোপন কৰি নাৰাখিলে পপ তাৰকা গৰাকীয়ে। সংবাদ জগতৰ আগতে তেওঁৰ প্ৰেম পৰ্বৰ কথা ব্যক্ত কৰে। অৱশ্যে ডেভিড বেকহাম আছিল বিবাহিত। পত্নী হ'ল বিখ্যাত ব্ৰিটিছ মহিলা ৰ'ক গ্ৰুপ 'স্পাইচ গাৰ্লছ'ৰ অন্যতম সদস্যা ভিক্টোৰিয়া আদামছ। ভিক্টোৰিয়াৰ উপস্থিতিত ব্ৰিটনীৰ প্ৰেম

সিমানতে অন্ত পৰে। আনহাতে চাৰ্লছ - ডায়েনাৰ পুত্ৰ ব্ৰিটেইনৰ ৰাজকুমাৰ উইলিয়ামৰ লগতো ব্ৰিটনীৰ প্ৰেম ৰোমাঞ্চৰ খবৰ প্ৰচাৰৰ আলোকলৈ আহিছিল। ব্ৰিটনীয়ে ই মেইল যোগে উইলিয়ামৰ স'তে প্ৰেম ৰোমাঞ্চ চলাইছিল। 'চান দেইলী' কাকতত প্ৰকাশ পোৱা মতে যুৱৰাজ ইউলিয়ামৰ সংগৰ বাবে ই-মেইল যোগে 'ডেট' নিৰ্ণয় কৰে ব্ৰিটনীয়ে। উইলিয়াম ব্ৰিটনীৰ প্ৰেম ৰোমাঞ্চ বহুদিন ধৰি চলি আছিল বুলি বহুতে মন্তব্য কৰে। প্ৰেম অবিহনে উন্নতিৰ জখলাত খোজ দিয়া পপ গায়িকাৰ সংখ্যা হয়তো কোনো দিনে নোলাব। ব্ৰিটনী ইয়াৰ ব্যতিক্ৰম নহয়। জাষ্টিন, উইলিয়ামচৰ প্ৰেমে ব্ৰিটনীক হেনো আমুৱাইছে। আজিলৈকে তেওঁ মনে বিচৰা সংগীজনক বিচাৰি পোৱা নাই। সেই সৌভাগ্যজন কোন হয় সেয়া ভবিষ্যতেহে ক'ব।

উল্লেখ্য যে ব্ৰিটনীয়ে কেভিন ফেডাৰলিনৰ সৈতে ২০০৪ চনত বিবাহপাশত আবদ্ধ হয়। শেহতীয়াকৈ 'ডেন্সাৰ' স্বামী কেভিনৰ সৈতে যুগ্ম জীৱনৰ বান্ধোন ছিঙিবলৈ আদালতৰ কাষ চাপিছে পপ ষ্টাৰ গৰাকী। দুটি সন্তানৰ মাতৃ ব্ৰিটনীয়ে বিবাহ বিচ্ছেদৰ পিছত দুই সন্তান প্ৰেষ্টন আৰু জেম্‌ছৰ দায়িত্ব নিজেই ল'ব বুলি জনাইছে। ব্ৰিটনী অধিবক্তাই সদৰী কৰা মতে পতি-পত্নীৰ দাম্পত্য জীৱনত আহি পৰা খাম-খেয়ালীৰ বাবেই দুয়ো একেলগে থকাটো অসম্ভৱ হৈ পৰিছে।

## বিশ্ববিখ্যাত কমেডিয়ান

# চাৰ্লি চেপলিন

"খৰি বঢ়াই নি নাথাকিলে জুই নুমাই যোৱাৰ দৰে আশা বা আকাংক্ষা নাথাকিলে প্ৰেমো নাইকিয়া হৈ যায়।"

— 'লা ৰোশ ফুকো।'

প্ৰেমত পৰাটো এক দুৰূহ কাম, তথাপি আমি প্ৰেমত পৰো বা প্ৰেমত পৰিবলৈ চেষ্টা কৰো। প্ৰেম মানুহৰ জীৱনৰ সৰলতম অনুভূতি বুলি আমি গণ্য কৰো, তথাপি প্ৰেম কৰা সহজ নহয়। তথাপি আমি বাৰে বাৰে প্ৰেমত পৰো, কাৰোবাক হৃদয়ৰ চুবুৰিত ঠাই দিওঁ, কাৰোবাক হৃদয়ৰ ৰাণী বা সম্ৰাজ্ঞী কৰি লওঁ।

হৃদয়ৰ তাগিদা মানুহৰ বাবে স্বতঃস্ফূৰ্ত। প্ৰেমক কোনেও অস্বীকাৰ কৰিব নোৱাৰে। অস্বীকাৰ কৰিব নোৱাৰে প্ৰেমৰ মহান অনুভূতিক, হৃদয়ৰ তাগিদাক। প্ৰেমৰ অনুভূতি প্ৰত্যেকজন সুস্থ মানুহৰ এক সহজাত প্ৰবৃত্তি। প্ৰেমৰ অব্যৰ্থ আবেগৰ পৰা কোনো পলাই সাৰিব নোৱাৰে। পৃথিৱীত এনে এজন সুস্থ মস্তিষ্কৰ ব্যক্তি নাই যাক প্ৰেমৰ দুৰ্বাৰ আবেগে এবাৰ পীড়া কৰা নাই।

হলেণ্ডে কৈছিল — "এজন পুৰুষৰ বাবে আটাইতকৈ মূল্যবান সম্পদফেৰা হৈছে এগৰাকী নাৰীৰ পবিত্ৰ হৃদয়।"

নাৰী লতাসদৃশ। যিদৰে এজোপা লতাৰ প্ৰধান আশ্ৰয় হ'ল বৃক্ষ, সেইদৰে এগৰাকী নাৰীৰ প্ৰধান আশ্ৰয় পুৰুষ। আকৌ এজন পুৰুষৰ প্ৰেৰণাৰ উৎস হ'ল নাৰী। নাৰী হ'ল পুৰুষৰ অৰ্দ্ধাঙ্গিনী, জীৱনদায়িনী মাতৃ, প্ৰেৰণাৰ শক্তি, মৃতসঞ্জিৱনী। ফ্ৰান্সিচ বেকনে কৈছে — "পত্নী হৈছে ডেকা মানুহৰ শিক্ষয়িত্ৰী, মধ্যবয়সীয়া সকলৰ বাবে সংগী আৰু বৃদ্ধসকলৰ বাবে এগৰাকী নাৰ্ছ।"

নাৰী আৰু প্ৰেমে বিশ্বৰ বহুতো মনীষীৰ জীৱন যুঁজত প্ৰেৰণা যোগাইছে। তাৰে এক জ্বলন্ত হ'ল শ্ৰেষ্ঠতম বৰেণ্য অভিনতা — 'চাৰ্লি চেপলিন'। উক্তখা

পঁজাত জন্ম লৈ ৰাজঅট্টালিকাত দেহাৱসান ঘটা কমেডি কিং চার্লি চেপলিন এটি অনন্য প্ৰতিভাৰ নাম।

মূৰত এটা সৰু ডার্বি টুপী, গাত চিএগ মৰা কোট, ঢিলা সোলোক-ঢোলোক হলৌ পটলুং, নাকৰ তলত একোচা চুটি মোঁছ, প্ৰকাণ্ড জোতা, হাতত লাখুটি ..... আদিৰে খীণ চুটি-চাপৰ মানুহজনেই হ'ল পৃথিৱীৰ সৰ্বকালৰ শ্ৰেষ্ঠ কৌতুক অভিনেতা চার্লি চেপলিন। তেওঁ নিজৰ পোছাকযোৰৰ সম্পৰ্কত কৈছিল—সৰ্বসাধাৰণ মানুহৰ প্ৰতি থকা মোৰ ধাৰণা প্ৰকাশ কৰিবলৈ এই পোছাকে সহায় কৰিছিল।"

## চার্লিৰ ল'ৰাকাল আৰু জীৱন

চার্লি চেপলিনৰ জন্ম হৈছিল ১৮৮৯ চনৰ ১৬ এপ্ৰিলৰ দিনা ৰাতি ৮ বজাত লণ্ডনৰ ৱালৱৰ্থৰ ইষ্টলেন নামৰ এটি সাধাৰণ মানুহৰ গলিত। তেওঁৰ মাকৰ নাম আছিল লিলি হাৰলে আৰু তেওঁ আছিল এগৰাকী গায়িকা।

চার্লিৰ জন্ম হোৱাৰ এবছৰ পাছতেই মাক-দেউতাকৰ মাজত বিচ্ছেদ ঘটে। মাক-দেউতাকৰ বিচ্ছেদে চার্লিৰ জীৱনলৈ আনি দিছিল দুখ-যন্ত্ৰণা আৰু অভাৱ-অনাটন। দেউতাকৰ অনুপস্থিতিত মাকেই মঞ্চত নাচ-গান কৰি, কৌতুক কৰি, গীত গাই যি পইচা পায় তাৰেই পৰিয়ালটো চলিছিল।

এদিন হঠাতে চার্লিহঁতৰ জীৱনলৈ দুৰ্যোগ নামি আহিছিল। দুখ-যন্ত্ৰণাক মানুহে আমন্ত্ৰণ নকৰে, আপোনা-আপুনি আহে। সেই সময়ত চার্লিৰ মাকৰ ঠাণ্ডাৰ কাৰণে লেৰিংজাইটিছ হ'ল। মাকৰ মাতটোও বেয়া হৈ আহিল। মঞ্চৰ নিমন্ত্ৰণো কমি আহিল। এদিন মাকে মঞ্চত গান গাই থাকোঁতে মাকৰ কণ্ঠ ৰুদ্ধ হয় আৰু দৰ্শকে হৈ-হাল্লা কৰি জোতা-চেণ্ডেল দলিওৱাৰ উপক্ৰম হয় আৰু তেতিয়া আঠ বছৰীয়া চার্লিয়ে মঞ্চত প্ৰথম গান গায়।

"Jack Janes well and known to everybody
Round about the market, donot yer see ..........."

চার্লিৰ মুখত সেই বিখ্যাত গীতটো শুনি দৰ্শক আনন্দত উত্তেজিত হয় আৰু মঞ্চলৈ জোতা-চেণ্ডেলৰ ঠাইত পইচা দলিয়ায়। উল্লেখযোগ্য যে বিশ্বৰ ইহঁওৱা চার্লিৰ সেই নিশাটিয়েই আছিল প্ৰথম নিশা আৰু মাকৰ বাবে শেষ আৰু

অন্তিম মঞ্চ। এজন প্ৰতিভাৰ মৃত্যু আৰু আন এজনৰ প্ৰতিভাৰ জন্ম। এনেদৰেই সৃষ্টি হ'ল এজন বিশ্ববিখ্যাত কমেডিয়ান চাৰ্লি চেপলিনৰ।

'দিন পাৰ হ'ল। ঋতু সলনি হ'ল। কেৱল জীয়াই থকাৰ বাবেই চাৰ্লিয়ে সংগ্ৰাম কৰিব লগা হ'ল। তেওঁ মঞ্চত গান গাবলৈ ধৰিলে। 'ওৱান মেন শ্ব' কৰিবলৈ ধৰিলে। তাৰ বাহিৰে ঘৰখনৰ কোনো উপাৰ্জনৰ পথ নাছিল। অভাৱ-অনাটনত পৰি চাৰ্লি জুৰুলা হ'ল। কেউফালে দেখা দিলে টকা-পইচাৰ হাহাকাৰ। ইফালে মাকৰ ৰুগীয়া দেহ, বেদনাত চেপা মুখ, উপায়হীন হৈ মাকে চাৰ্লি আৰু ককায়েক চিডনীক লৈ ৱৰ্কহাউচলৈ গমন কৰিলে। ৱৰ্কহাউচবিলাক আছিল দুখীয়া নিঃস্ব মানুহৰ আশ্ৰয়স্থল।

পেটৰ অন্নমুঠিৰ কাৰণে চাৰ্লিয়ে কঠোৰ পৰিশ্ৰম কৰিব লগা হ'ল। প্ৰথমে তেওঁ ক্লগ ডেন্স (Clog Dance) দি দুপইচা উলিয়ালে। তাৰ পিছত চাৰ্লি ডাক্তৰ এজনৰ বয় হিচাপে কামত সোমাল। তাৰ পিছত ক্ৰমে ফুল বিক্ৰী কৰি, থিয়েটাৰ কোম্পানীৰ জোতা চাফা কৰি, কৌতুক অভিনয় কৰি পেটৰ ভাত মোকলায়। তেওঁৰ জ্ঞান আহৰণৰ ধাউতি আছিল অপৰিসীম; কিন্তু পইচাৰ অভাৱত চাৰ্লিয়ে পঢ়া-শুনা কৰিব নোৱাৰিলে।

## লাইট-কেমেৰা-এক্সনৰ বিশ্বত চাৰ্লি

চাৰ্লিৰ জীৱনত দুখ যেনেকৈ আহিছিল তেনেকৈ সুখো আহিছিল। 'কাৰনো' কোম্পানীয়ে চাৰ্লিৰ ভাগ্য সলনি কৰি দিলে। কাৰনো কোম্পানী আছিল এটি বিখ্যাত কমেডিয়ান নাট্যগোষ্ঠী। চাৰ্লি কমেডিয়ান হিচাপে 'কাৰনো'ত ভৰ্তি হ'ল। চাৰ্লিৰ উপাৰ্জন ভাল হ'ল আৰু এটা ফ্লেট ভাৰালৈ ল'লে। অৱশেষত বুকুত বহুতো আশা আৰু দুচকুত হাজাৰটা স্বপ্ন লৈ চাৰ্লি আমেৰিকাত উপস্থিত হ'লগৈ।

আমেৰিকাত চাৰ্লিয়ে এটি নতুন জীৱন পালে। ১৯১৪ চনত চাৰ্লিয়ে চলচ্চিত্ৰ জগতত প্ৰৱেশ কৰে। তেওঁ 'মেকিং এ লিভিং' নামৰ ছবিখনত অভিনয় কৰিলে। চলচ্চিত্ৰ শিল্প তেতিয়া নিচেই চালুকীয়া, হলিউড তেতিয়া একেবাৰে 'পানী কেঁচুৱা'। চলচ্চিত্ৰ আছিল নিৰ্বাক সংলাপহীন মুকাভিনয়। ইফালে চাৰ্লি আছিল এজন সফল মুকাভিনেতা। অভিনয়ৰ নিপুণ খনিকৰ। খনিকৰৰ হাতত সকলো চৰিত্ৰই প্ৰাণ পাই উঠে।

১৯১৪ চনতে চাৰ্লিয়ে কৰিলে জীৱনৰ দ্বিতীয়খন ছবি 'ফিড অটো ৰেচেচ এট ভেনিচ' নামৰ স্কীলট ৰীলৰ ছবিখন। এইখন ছবিতেই চাৰ্লিয়ে পৰিধান কৰিছিল বিশ্ববিখ্যাত চাৰ্লি চেপলিনৰ সেই যুগমীয়া পোছাকযোৰ। এই পোছাকযোৰে বহুৱা সাজি তেওঁ নিজৰ ষ্টাইলেৰে ৩৫ খন ছবি কৰিছিল। চাৰ্লি চেপলিনে পৰিচালনা কৰা প্ৰথম ছবিখন হ'ল ১ ৰীলৰ 'কট ইন দ্য ৰেইন' নামৰ ছবিখন। তেওঁৰ ডিক্টেটৰ, গল্ড ৰাছ, চিটি লাইটচ, দি বণ্ড, এ অ'মেন, লাইন লাইট, দ্য চাৰ্কাচ আদি ছবিবোৰৰ হাঁহিৰ আঁৰত আছিল বিশ্বজনীন বেদনা। তেওঁৰ বেদনাবোৰ কিশ্বত বিলাই দিছিল হাঁহিৰ মাজেদি। তেওঁ আনক হহুঁৱাইছিল কিন্তু নিজে হাঁহিব পৰা নাছিল। বাস্তৱতে শিল্পীৰ জীৱন এনেকুৱাই — আনক হঁহুৱাব পাৰে কিন্তু নিজে হাঁহিব নাজানে।

বিশ্ববিশ্ৰুত অভিনেতা চাৰ্লিয়ে মুখেৰে এটা শব্দও উচ্চাৰণ নকৰাকৈ পৃথিৱীৰ কোটি কোটি দৰ্শকক হহুঁৱাই পেটৰ নাড়ী ডাল ডাল কৰি দিছিল। 'দ্য গ'ল্ড ৰাছ' নামৰ ছবিখনত চাৰ্লিয়ে ভোকত জোতা সিজাই খোৱা, চাৰ্লিক মুৰ্গী বুলি খাবলৈ লগৰবোৰে খেদি ফুৰা দৃশ্যটো যিদৰে হাঁহি-ফূৰ্তিৰ সেইদৰে হৃদয় বিদাৰক। 'এ ডগছ লাইফ'ত তেওঁ এটা কুকুৰ আৰু এটা বহুৱাৰ সমান্তৰাল কাহিনী মুকাভিনয়ৰ যোগেদি প্ৰকাশ কৰিছে। 'মডাৰ্ণ টাইমছ' নামৰ ছবিখনত যান্ত্ৰিক যুগৰ মালিকৰ ইচ্ছা অনুসৰি কাৰখানাৰ মেচিনৰ চকাৰ চেপাত কিদৰে শ্ৰমিকৰ আশা-আকাংক্ষা শেষ হৈ গৈছে তাৰ ছবিখন সুন্দৰকৈ প্ৰতিফলিত হৈছে।

## চাৰ্লিৰ নিৰ্বাসন দণ্ড

চাৰ্লি আছিল মানৱতাবাদী শিল্পী। তেওঁ শৈশৱৰ পৰাই নানান শোক-দুখৰ, ঘাত-প্ৰতিঘাতৰ মাজেদি ডাঙৰ হোৱা বাবে সাধাৰণ মানুহৰ মনৰ কথা অন্তঃকৰণে হৃদয়ঙ্গম কৰিছিল। চলচ্চিত্ৰই আছিল তেওঁৰ জীৱনৰ সৰ্বোত্তম অস্ত্ৰ আৰু কবিতা। তেওঁ কৈছিল — "কবিতা হ'ল পৃথিৱীলৈ লিখা এক প্ৰেমৰ চিঠি। এই প্ৰেমক ৰক্ষা কৰিবলৈ হ'লে মাজে মাজে সশস্ত্ৰ হ'বলগীয়াও হয়।"

'মডাৰ্ণ টাইমছ' আৰু 'দ্য গ্ৰেট ডিক্টেট'ৰ নামৰ ছবি দুখন প্ৰচাৰ হোৱাৰ পাছত চাৰ্লি কমিউনিষ্ট বুলি যুক্তৰাষ্ট্ৰত ঢৌ উঠে। তেতিয়া চাৰ্লিয়ে কৈছিল— "মই কমিউনিষ্ট নহয়! মই সৰু সৰু মানুহৰ দুখ-যন্ত্ৰণা বুজা এজন মানুহহে।"

কুৰি শতিকাৰ শ্ৰেষ্ঠতম শিল্পী, সাধাৰণ মানুহৰ নিচেই আপোন চাৰ্লিক

সৰু মানুহৰ কথা কোৱাৰ কাৰণে ১৯৫২ চনত আমেৰিকাৰ পৰা নিৰ্বাসন দিয়ে। অসহায় মনেৰে তেওঁ চুইজাৰলেণ্ডলৈ গমন কৰে।

## চাৰ্লিৰ অস্কাৰ আৰু নাইট উপাধি লাভ

চাৰ্লি আছিল গণশিল্পী। ১৯২৮ চনত 'দ্য চাৰ্কাচ' নামৰ ছবিখনৰ বাবে চাৰ্লিক শ্ৰেষ্ঠ পৰিচালক, প্ৰযোজক, কাহিনীকাৰ আৰু অভিনেতা হিচাপে 'অস্কাৰ পুৰস্কাৰ' প্ৰদান কৰা হয়। ১৯৭২ চনত তেওঁ হলিউডৰ বিশেষ একাডেমি পুৰস্কাৰ এটা গ্ৰহণ কৰে। ১৯৭৫ চনত দ্বিতীয় এলিজাবেথে চাৰ্লিক 'নাইট' উপাধি প্ৰদান কৰে।

## চাৰ্লিৰ প্ৰেম

"এগৰাকী নিখুঁত ব্যক্তি বিচৰাটোৱেই প্ৰেমৰ উদ্দেশ্য নহয়, বৰঞ্চ মূল কথা হ'ল প্ৰেমৰ জৰিয়তে অপূৰ্ণ ব্যক্তিত্বক পৰিপূৰ্ণভাৱে উন্মোচন কৰা।" — 'ছেম কীন'।

প্ৰেমৰ ক্ষেত্ৰত অজেয় এই বহুৰূপী অঘৰী। তেওঁৰ হাতত ধন নাথাকিলেও তেওঁৰ হৃদয় চহকী। চাৰ্লিৰ জীৱনত নাৰীৰ প্ৰভাৱ আছিল অপৰিসীম। নাৰী পুৰুষৰ শক্তি, প্ৰেৰণাৰ উৎস, মৃতসঞ্জিৱনী মন্ত্ৰ। আকৌ পুৰুষৰ প্ৰেমেৰে নাৰীৰ জীৱন গৌৰৱান্বিত কৰে। চাৰ্লিৰ জীৱনত পাঁচগৰাকী সুন্দৰী নাৰীৰ আগমন ঘটিছিল।

এডলা ৰ'গাৰছ চেইণ্ট জনৰ ভাষাৰে ক'ব পাৰি — "আধুনিক যুৱজীৱনৰ কোনো এজন মানুহেই চাৰ্লিৰ সমান ইমান ধুনীয়া, মেধাৱী, বিখ্যাত নাৰীক ভাল পাব পৰা নাছিল আৰু ভালপোৱা আদায় কৰিবলৈ সক্ষম হোৱা নাছিল।"

লিটমাচ পেপাৰৰ ৰং সলনি হোৱাৰ দৰেই চাৰ্লিৰ সংগিনী সলনি হৈছিল। তেওঁৰ জীৱনলৈ পাঁচগৰাকী সুন্দৰীৰ আগমন ঘটিছিল যদিও প্ৰথমৰ চাৰি গৰাকীৰ লগত তেওঁ সুখী নহ'ল; শেষৰ গৰাকীৰ লগতহে চাৰ্লিৰ সংসাৰ স্থায়ী হ'ল।

চেপলিনৰ প্ৰথম প্ৰেমৰ নায়িকাৰ নাম আছিল হেটি কেলি। ষ্ট্ৰিথাক এম্পায়াৰ মঞ্চত দুয়োৰে প্ৰথম পৰিচয়। চেপলিনে সেই সময়ত অভিনয় কৰিছিল ফ্ৰেড কানোৰ দলত। সেই মঞ্চলৈ আহিছিল ইয়াঙ্কি ডুডল্ গাৰ্লচৰ দল। হেটি আছিল সেই দলটোৰ এগৰাকী শিল্পী। বয়স ১৫। চাৰ্লিৰ বয়স তেতিয়া ১৯।

হেটিৰ লগত পৰিচয় আৰু নিবিড় ঘনিষ্ঠতা লাভ কৰিছিল মাত্ৰ পাঁচ দিন। কিশোৰী চপলা হেটি কিন্তু চাৰ্লিৰ প্ৰতি খুব এটা আকৰ্ষিত হোৱা নাছিল। দুজনৰ মাজত বিচ্ছেদৰ দেৱালখন দাঙি ধৰিলে মাকে। চেপলিনে সৰু বয়সৰ পৰাই নিঃসঙ্গতাত ভুগিছিল।

চেপলিনে সেই পাঁচদিনৰ ভিতৰতেই হেটিক বিয়াৰ প্ৰস্তাৱ দিছিল। যৌৱনৰ প্ৰাৰম্ভতেই প্ৰেমে চেপলিনক মৰ্মান্তিক আঘাত দিলে। সেই প্ৰথম প্ৰেমৰ মৰ্যদা কিন্তু চাৰ্লিয়ে আজীৱন মনত ৰাখিছিল। অৱশ্যে হেটিয়েও পাহৰিব পৰা নাছিল। চেপলিনে বিয়াৰ পাছতো হেটিলৈ চিঠি লিখিছিল। চাৰ্লিয়ে নিজৰ আত্মজীৱনীত এই চিঠিৰ কথা উল্লেখ কৰি লিখিছে, - 'হেটি কেলি, আজি দহবছৰ হৈ গ'ল — তোমাৰ বাৰু সেই দুষ্ট মাৰ কথা মনত আছেনে?' হেটি আছিল সেই সময়ত লণ্ডনত। লণ্ডনলৈ গ'লে হেটিক দেখা কৰাৰ প্ৰতিশ্ৰুতি দিছিল। হেটিও চিঠি পঢ়ি আবেগিক হৈ পৰিছিল। লণ্ডনলৈ যোৱাৰ পথত চাৰ্লিৰ সহযাত্ৰী হৈ পৰিল হেটিৰ ভায়েক। ভায়েকৰ মুখত শুনা পাইছিল হেটিৰ মৃত্যুৰ খবৰ। চাৰ্লি ভাগি পৰিছিল সংবাদটো পায়। লণ্ডন পায়েই ঢাপলি মেলিছিল য'ত হেটিক প্ৰথম দেখা পাইছিল। চেপলিনে স্মৃতি ৰোমন্থন কৰি লিখিছিল, — 'কেনিংটন গেট' য'ত হেটিৰ লগত চেপলিনৰ প্ৰথম দেখা হৈছিল। চেপলিনে তেওঁৰ কেইবাখনো ছবিত প্ৰতীক চৰিত্ৰৰ মাধ্যম হিচাপে হেটিক ধৰি ৰাখিব বিচাৰিছিল। বিশেষকৈ 'চিটি লাইট'ত অন্ধ ফুল বিক্ৰেতা বালিকা আৰু 'মডাৰ্ণ টাইমচ'ৰ দুঃসাহসী কিশোৰী গৰাকী অবিস্মৰণীয়।

"হে পুৰুষ, তোমাৰ দৃষ্টিত বহি আছে অগ্নিশিখা। এই দৃষ্টি আৰু ক্ৰোধে শেষ কৰিব পৃথিৱীৰ সমস্ত প্ৰেম ভালপোৱা।" — মেৰী ভেলি ফান

চাৰ্লিৰ প্ৰসঙ্গত আহিলে এমিলি, ষ্টিভেঞ্চ, জেন কাউল, ট্ৰিকিচ ফিগননা, শ্ৰীমতী ফিচকে, ফ্যানি ৰাইচ, ভাৰ্জিনিয়া শেৰিণ প্ৰমুখ্যে বহুতো যশস্বিনী মহিলাৰ নামেই এই প্ৰসংগত আহে। প্ৰকৃততে চাৰ্লিৰ নিঃসঙ্গতাই তেওঁক নাৰীসংগৰ প্ৰতি বেছি আকৃষ্ট কৰিছিল বাৰে বাৰে। আত্মজীৱনীত লিখিছিল— 'কামৰ সময়ত নাৰী মোৰ ওচৰত এজন মানুহ, সেইবাবে সেই সময়ত কোনো আগ্ৰহ জগাব নোৱাৰে মনটোত। কাম যেতিয়াই শেষ হয় অৰ্থাৎ বাকী আজৰি সময়ত নিজস্ব জগতখনত নাৰী সংগ লাভৰ বাবে মনটোৱে হাহাকাৰ কৰে।"

চেপলিনৰ প্ৰথম স্ত্ৰী মিলৰেড হাৰিচৰ লগত প্ৰথম পৰিচয় হৈছিল ১৯১৭ চনত। প্ৰথম দৰ্শনতেই চাৰ্লিৰ চকুত ধৰা পৰিছিল ৰেড হাৰিচ। পৰবৰ্তী কালৰ ঘটনাই তাক প্ৰমাণ কৰে। বস্তুত ৰঙীণ কল্পনাৰ ৰং সাজোতে ভীষণ কষ্ট হৈছিল চাৰ্লিৰ। এই আকৰ্যণৰ পৰিণতি অৱশ্যে বিযাৰৈ পৰিণত হ'ল। ১৯২০ চনত এই বিবাহ বিচ্ছেদ হয়।

এডনা পাৰভিয়াচৰ প্ৰতি চাৰ্লিৰ এটা অপৰাধবোধ আছিল। এডনাই ১৯১৬ চনৰ পৰাই চাৰ্লিৰ ছবিবোৰৰ নায়িকা আছিল। মুঠ ২৭ খন ছবিত কাম কৰিছিল। স্বাভাৱিক বাবেই দুজনৰ মাজত বন্ধুত্ব গঢ়ি উঠিছিল। এডনা কিন্তু ভীষণ অন্তৰ্মুখী স্বভাৱৰ আছিল। হ'লেও চাৰ্লিৰ সকলো কামতেই সহযোগিতা আগবঢ়াইছিল। চাৰ্লিৰ বয়স তেতিয়া ৫৮, এডনাৰ ৪৯ বছৰ। শেষ পৰ্যন্ত 'মচিম ভাদো' ছবিখনত এডনাই অভিনয় কৰিলে। ১৯৫৫ চনত এডনাৰ মৃত্যু হয়। এডনাৰ মৃত্যু সংবাদে চেপলিনৰ মনত গভীৰভাবে ৰেখাপাত কৰিছিল। এডনাৰ প্ৰসংগ আলোচনা নকৰিলে চেপলিনৰ হৃদয়গত দিশটো স্পষ্ট হৈ নুঠে। এডনাক কিন্তু আৰ্থিক নিৰাপত্তা দিলেও নাৰীসত্বাৰ প্ৰাপ্য মৰ্যদা দিব পৰা নাছিল।

চেপলিনৰ দ্বিতীয় বিবাহ হয় ১৯২৪ চনত। বিয়া কৰাই লিটা গ্ৰে'ক। লিটা তেওঁৰ 'দা আইডল ক্লাচ' আৰু দা কিড' নামৰ ছবিৰ অভিনেত্ৰী আছিল। লিটাৰো শৰীৰৰ আবেদন অগ্নিৰ শিখাৰ দৰে আছিল। লিটাই ছবি জগতৰ লগতে নিজকে প্ৰতিষ্ঠা কৰাত লাগিল চাৰ্লিৰ পত্নী হোৱাৰ মৰ্যদাৰে। বিয়াখন স্থায়ী হ'ল মাত্ৰ ২৬ মাহ। লিটাই জন্ম দিলে দুটা সন্তান। চাৰ্লচ জুনিয়ৰ আৰু ছিডনী। লিটাৰ লগত দাম্পত্য জীৱনৰ অশান্তি আৰম্ভ হোৱাৰ ২৬ মাহৰ পাছত অবৰ্ণনীয় তিক্ততাৰ মাজত ১৯২৬ চনত দুয়োৰে বিবাহ বিচ্ছেদ ঘটিল।

চেপলিনে তৃতীয়বাৰ বিয়া কৰালে পলেট গডাৰক ১৯৩৬ চনত। চেপলিনৰ বয়স তেতিয়া ৪৭ বছৰ। এবাৰ সমুদ্ৰ ভ্ৰমণত পলেটৰ লগত চাৰ্লিৰ পৰিচয় হৈছিল। পলেটৰ স্বামীৰ লগত তাৰ অলপ দিনৰ আগতে বিচ্ছেদ হৈছিল। চেপলিনে 'দা গোল্ড ৰাছ' (১৯২৫) আৰু 'চিটি লাইটচ' (১৯৩১) এই ছবি দুখনত আন্তৰ্জাতিক খ্যাতি অৰ্জন কৰিছিল। পলেটক বোধহয় চাৰ্লিৰ এই খ্যাতিয়ে আৰু অধিক আকৰ্ষিত কৰিছিল। পলেট হৈ পৰিল চেপলিনৰ মনৰ নায়িকা। দুয়োজনৰ মাজত পৰস্পৰৰ

ভাব বিনময় ঘটিল। জাপান ভ্ৰমণৰ সময়ত চেপলিনে পলেটক বিয়া কৰালে ১৯৩৬ চনত। মেক্সিকোৰ এক বঁটা বিতৰণী অনুষ্ঠানত পলেটৰ বক্তৃতা শুনি চেপলিনৰ মনত জাগি উঠিল 'মডাৰ্ণ টাইমচ' নামৰ ছবিখনৰ কথা। পলেটৰ মাজতে বিচাৰি পালে ছবিৰ নায়িকা আৰু নিজেও চিৰাচৰিত ভূমিকাত অভিনয় কৰিলে। পলেটে 'মডাৰ্ণ টাইমচ' আৰু 'গ্ৰেট ডিক্টেটৰ' এই দুইখন ছবিতে অভিনয় কৰিছিল। কিন্তু পলেটে বিচাৰিছিল আৰ্থিক স্বচ্ছলতা আৰু সেই লোভেই নিজৰ দল এৰি প্যাৰমাউণ্ট দলত যোগ দিলে। পলেটৰ সেই জেদ ভাবৰ ফলত দুয়োৰে ঘৰ ভাঙি পৰিল। পলেট গুচি যোৱাৰ পিছত চাৰ্লিৰ মনত গভীৰ প্ৰতিক্ৰিয়া হ'ল। নিৰ্জনতা, দুখ, নিজৰ বিশাল ঘৰখনত কোনো সংগী নাই। এই বিবাহ বিচ্ছেদ ঘটিলে১৯৪২ চনত।

চাৰ্লিৰ জীৱনত নাৰীৰ সংগ ঘটাৰ এটা কাৰণ হৈছে তেওঁৰ নিঃসংগতা। সম্পূৰ্ণ বিচ্ছেদ ঘটাৰ আগতেই 'গ্ৰেট ডিক্টেটৰ' ছবিখনত শ্বুটিং চলি থকাৰ সময়ত পলেটৰ লগত চাৰ্লিৰ দাম্পত্য সম্পৰ্ক নাছিল। ১৯৩৯ চনৰ মাজভাগতেহ চাৰ্লিৰ জীৱনলৈ আহিছিল আৰু এগৰাকী নাৰী। তেওঁৰ নাম বাৰি জোয়ান। টিম ডু বাণ্টৰ যোগেদি জোয়ানৰ ৰূপ বৰ্ণনা কৰি চাৰ্লিয়ে তেওঁৰ আত্মজীৱনীত লিখিলে, — 'অপূৰ্ব সুন্দৰী জোয়ান। বয়স মাত্ৰ বাইছ। আৰু মোৰ ৫১'। প্ৰেম নিবেদন কৰিলে যদিও জোয়ানৰ মনৰ মানুহ আছিল পল গোট। চেপলিনে সকলোবোৰ জানিছিল যদিও কিছুদিন বেপেৰোৱা স্ফূৰ্তি চলালে। ইতিমধ্যে 'শ্বেডো এণ্ড চাবষ্টেন্স' ছবিখনৰ পৰিকল্পনা হ'ল। জোয়ানক নায়িকা কৰাৰে স্থিৰ হ'ল। জোয়ানে কিন্তু প্ৰতিশ্ৰুতি নিদিলে। সেই সময়তে চাৰ্লিৰ জীৱনলৈ নাটকীয়ভাবে আহিল নোবেল বঁটা বিজয়ী অ'নীলৰ কন্যা উনা। চেপলি'নৰ বয়স তেতিয়া ৫৩ বছৰ। 'শ্বড এণ্ড চাবষ্টেন্স' ছবিৰ ব্ৰিজিট চৰিত্ৰৰ বাবে শিল্পীৰ প্ৰয়োজন হৈছিল। মীনা অয়ালিচৰ যোগেদি উনাৰ লগত সাক্ষাৎ হৈ সৰ্বশেষত বিয়া পৰ্যন্ত হৈ গ'ল। উনা অ' নীল চাৰ্লিৰ যথাৰ্থ গৃহিনী, সচিব আৰু বন্ধু হৈ পৰিল।

উনাৰ লগত চাৰ্লিৰ বিয়া হ'ল ১৯৪২ চনত। বিয়া কৰোৱাৰ পিছতো কিন্তু ৰেহাই পোৱা নাছিল বেৰি জোয়ানৰ পৰা। আমেৰিকাৰ ধনপতি হলিউডক গঢ়িবলৈ বিচাৰিছিল স্বৰ্গপুৰী হিচাবে। চাৰ্লি আঠোটা সন্তানৰ বাপেক হৈছিল। ১৯৫৬ চনত তেওঁ সন্তানৰ সৈতে "এ কিং ইন নিউইয়ক" নামৰ ছবিখনত অভিনয় কৰে। 'এ কাউণ্টেছ ফ্ৰম হংকং' চাৰ্লিৰ শেষ ছবি।

চেপলিনে তেওঁৰ অত্যধিক আবেগ প্ৰৱণতাৰ ফলতেই বাৰে বাৰে মোহময়ী নাৰীৰ জালত ধৰা পৰিছিল। যিকি নহওক উনাই চাৰ্লিৰ জীৱনলৈ আনি দিলে বাঞ্ছিত.শান্তি। তথাপিও এটা কথা ক'ব লাগিব যে এডনা পাৰভিয়াচৰ নীৰৱ প্ৰেমক তেওঁ মূল্য দিব নোৱাৰিলে।

বিবাহৰ সম্পৰ্কত চাৰ্লিয়ে উক্তি দিছিল যে 'বিয়া মানে ভাল পোৱা নহয় এটা মানসিক দায়িত্ববোধহে।'

অৱশ্যে ছবি জগতৰ ক্ষেত্ৰত এই প্ৰসঙ্গ বা এনে ধাৰণা প্ৰযোজ্য নহয়। নিজৰ ব্যক্তিগত জীৱনৰ ক্ষেত্ৰত চমাৰচেট মমে চাৰ্লিৰ সম্পৰ্কত যথাৰ্থভাবে কৈছিল— "চাৰ্লি বৰ মেজাজী মানুহ।"

সেই যাযাবৰ চাৰ্লিৰ ১৯৭৭ চনৰ ২৫ ডিচেম্বৰত খ্ৰীষ্টমাছৰ দিনা পৰলোক প্ৰাপ্তি হয়। চাৰ্লিয়ে তেওঁৰ জীৱনৰ সোণালী দিনবোৰত কেইবাজনো মহৎ ব্যক্তিৰ সান্নিধ্যলৈ আহিছিল। ১৯২৬ চনত তেওঁ আইনষ্টাইনক লগ পাইছিল। ১৯৩১ চনত 'চিটি লাইট' চিনেমাখনৰ কাৰণেই ইংলণ্ডলৈ যাওঁতে তেওঁ জৰ্জ বাৰ্ণাৰ্ডশ্বক' লগ পাইছল। সেই ইংলেণ্ডতে তেওঁ মহাত্মা গান্ধীক লগ পাইছিল। ভাৰতৰ প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৱে চাৰ্লিক লগ কৰিছিল। ইয়াৰ উপৰি পোলেণ্ডৰ প্ৰধানমন্ত্ৰী পাডেৰেচকি, পাভলভা, পাবলো পিকাছো আদিৰ সান্নিধ্যলৈ আহিছিল।



### হলিউডৰ চমকনি

# একচন হিৰ' — 'ৰকী' 'ৰেম্বো' খ্যাত ছিলভেষ্টাৰ ষ্টেল'ন

যুৱ প্ৰজন্মৰ মাজত 'ৰেম্বো' ছবিখনৰ জনপ্ৰিয়তা আজিও ম্লান পৰা নাই। কেইবা বছৰৰ আগতেই নিৰ্মিত 'ৰেম্বো'ক আজিও চিনেমাপ্ৰেমীয়ে চাব বিচাৰে। ৰেম্বো চাই মানুহৰ হেঁপাহ নপলায়। 'ভি ডি অ', ভি চি আৰ, চিভিৰ আগমনে ৰেম্বোৰ জনপ্ৰিয়তা দুগুণে বৃদ্ধি কৰিলে। অত্যাধুনিক আগ্নেয়াস্ত্ৰধাৰী ষ্টংমেন-ৰেম্বোৰ জনপ্ৰিয়তা চিনেমা সংস্কৃতি থাকে মানে থাকিব।

চিনে পৰ্দাৰ শক্তিশালী মানৱ হি-মেনৰূপী ৰেম্বোক সকলোৱে চিনি পায়, কিন্তু ব্যক্তিগতভাৱে ৰেম্বোৰূপী মানুহজনক জানে কেইজনে? এই 'ৰেম্বো' ৰূপী অথবা 'ৰকী' ৰূপী পেশী বহুল মানৱ হি-মেনজনক বাৰু জানিবৰ মন নাযায়নে? নিশ্চয় মন যায়। আহকচোন 'ৰেম্বো', 'ৰকী' খ্যাত অভিনেতা ছিলভেষ্টাৰ ষ্টেল'নৰ লগত চিনাকি হওঁ।

## ষ্টেলন'ৰ ল'ৰালি

'ৰেম্বো, 'ৰকী' খ্যাত ছিলভেষ্টাৰ ষ্টেল'ন হলিউডৰ আশী দশকৰ একচন হিৰো। পেশীবহুল, সুগঠিত শৰীৰ এটিৰ অধিকাৰী ষ্টেল'ন শক্তিশালী আৰু দুৰন্ত। হলিউডৰ এই একছন অভিনেতা জনৰ জন্ম ১৯৪৬ চনৰ ৬ জুলাইত আমেৰিকাত। তেওঁৰ পিতৃ হ'ল ফ্ৰেংক ষ্টেল'ন আৰু মাতৃৰ নাম হ'ল জেকুৱেলাইন ষ্টেল'ন। সংগ্ৰামমুখৰ ষ্টেল'ন পৰিয়ালটিৰ স্লাই (ষ্টেল'নৰ ঘৰত মতা নাম) হ'ল ডাঙৰ ল'ৰা। তেওঁৰ পিছত এজন সৰু ভায়েক আছে। স্লাইৰ শৈশৱটো সংগ্ৰাম আৰু দুখ-যাতনাৰে ভৰা। আৰ্থিক অসুবিধাৰ কাৰণে স্লাই পাঁচটা বছৰ শিশু আশ্ৰমত আছিল। শৈশৱতে হোৱা দুৰ্ঘটনা এটিৰ বাবে তেওঁৰ কপাল, ওঁঠ, গাল, জিভা আদিত বেয়াকৈ ক্ষতিগ্ৰস্ত হৈছিল। মুখমণ্ডলৰ কিছুমান স্নায়ু অচল হৈ পৰিছিল।

সংগ্ৰাম আছিল স্নাইৰ জীৱনৰ অন্য এক নাম। ১৯৫৭ চনত তেওঁৰ মাক-দেউতাকৰ বিবাহ-বিচ্ছেদ হোৱা বাবে তেওঁ দেউতাকৰ সম্পত্তি হিচাপে দেউতাকৰ লগত আছিল। সৰুৰে পৰাই তেওঁ কমিক্‌ছৰ হিৰ'সকলক অধ্যয়ন কৰিছিল। তেওঁ এদিন হিৰ' হোৱাৰ বাসনা মনত পুহি ৰাখিছিল। কমিক্‌ছৰ হিৰ'সকলক ফ'লো কৰি কৰি তেৰোঁ হৈ পৰিছিল 'কমিকছ হিৰ'। পঢ়া-শুনাৰ প্ৰতি তেওঁৰ মুঠেও ধাউতি নাছিল। দুষ্টামিৰ বাবে তেওঁ বিদ্যালয়ৰ পৰা বাহিৰ হ'ব লগা হৈছিল।

ষ্টেল'নে বাল্যকালটো কটাইছিল শিশু আশ্ৰমত আৰু দেউতাকৰ লগত। কিশোৰ আৰু যৌৱনৰ সন্ধিক্ষণত তেওঁ মাকৰ লগত থাকিবলৈ লয়। ষ্টেল'নৰ মাকে ইতিমধ্যে দ্বিতীয় বিবাহত সোমাইছিল। মাকে পুত্ৰ ষ্টেলনক ফিলাডেলফিয়াত এখন স্কুলত ভৰ্তি কৰাই দিয়ে। এই স্কুলতেই তেওঁৰ শৰীৰ-চৰ্চা আৰু অভিনয় জীৱনৰ শুভাৰম্ভ হয়। স্নাতক ডিগ্ৰী লাভ কৰি তেওঁ 'আমেৰিকাৰ কলেজ অব ছুইজাৰলেণ্ড'ত ছাত্ৰ-ছাত্ৰীসকলক শাৰীৰিক শিক্ষা দিয়াৰ বাবে নিযুক্ত হয়। এই কলেজতেই তেওঁ 'এডেথ অব এ ছেলছমেন' নামৰ নাটকত অভিনয় কৰি সকলোৰে প্ৰশংসাৰ পাত্ৰ হয়। গতিকে দেখা যায় আজি হলিউডৰ সবাতোকৈ সুন্দৰ একচন হিৰ'জনৰ প্ৰথম অভিনয় এজন মঞ্চাভিনেতা হিচাপেহে।

## অভিনয় জগতত ষ্টেলন

মিয়ামি বিশ্ববিদ্যালয়ৰ পৰা 'নাট' বিভাগৰ পাঠ্যক্ৰম শেষ কৰি ১৯৬৯ চনত তেওঁ নিউয়ৰ্কলৈ যায়। ষ্টেল'নে অভিনয় কৰা প্ৰথম ছবি দুখন হ'ল 'পাৰ্টী এট কিছ' আৰু 'ষ্টাটদ'। ১৯৭১ চনত ষ্টেল'ন বিখ্যাত 'গডফাডাৰ' ছবিৰ পৰা বাদ পৰিছিল। ইয়াৰ কাৰণ হ'ল তেওঁৰ আচহুৱা মুখমণ্ডল আৰু গলগলীয়া কণ্ঠস্বৰ। ইয়াৰ বাবে তেওঁক বহুতো প্ৰযোজক, পৰিচালকে নিৰাশ কৰিছিল। অৱেশ্যে ইয়াৰ বাবে ষ্টেল'ন কোনোদিনে নিৰাশ হোৱা নাছিল। বিমৰ্ষ হোৱা নাছিল। তেওঁ জানিছিল বহুতো ব্যৰ্থতা আৰু ত্যাগৰ মাজতহে সফলতা লুকাই থাকে। ষ্টেল'নৰ যাত্ৰাপথ কণ্টকবিহীন নাছিল। পদে পদে আছিল বাধা। কিন্তু বাধাৰ প্ৰাচীৰ ভাঙি হলিউড কঁপাই তোলা হিৰ'জন সঁচাকৈয়ে সাহসী, ধৈৰ্যশীল আৰু শক্তিশালী। ১৯৭২ চনত তেওঁ 'যানানা' আৰু ১৯৭৩ চনত তেওঁ 'ৰেহেল' ছবিখনত অভিনয় কৰে। তাৰ পিছত

তেওঁ কেলিফোৰ্ণিয়া পায়গৈ। তেওঁৰ প্ৰথম স্বৰচিত কাহিনীৰ ছবি 'লৰ্ডছ অব ফ্লেটবুচ' সফল নহ'ল। য'ত তেওঁ সহঃ অভিনেতাৰ চৰিত্ৰত অভিনয় কৰিছিল।

ছিলভেষ্টাৰ ষ্টেল'নৰ জীৱনলৈ প্ৰথম সাফল্যৰ পোহৰ নামি আহে 'ৰকী'ৰ দ্বাৰা। ৰকীৰ কাহিনী আৰু পাণ্ডুলিপি তেওঁৰ নিজা। ৰকীৰ সুন্দৰ আৰু শক্তিশালী পাণ্ডুলিপি পঢ়িয়ে বহু পৰিচালক, প্ৰযোজক আগবাঢ়ি আহিল ষ্টেল'নৰ ওচৰলৈ। সুযোগসন্ধানী ষ্টেল'নে এইখিনিতে সুবিধাটিৰ সদ্ব্যৱহাৰ কৰিলে। তেওঁ চুক্তি ৰাখিছিল যিয়ে তেওঁক ছবিখনত নায়ক হিচাপে সুযোগ দিব আৰু বিৰাট পৰিমাণৰ লাভাংশ দিব তেওঁকহে 'ৰকী'ৰ পাণ্ডুলিপি দিব। ষ্টেল'নৰ লোভনীয় বৰশীৰ টোপ তথা চুক্তি নিৰ্বিবাদে গ্ৰহণযোগ্য হ'ল। ৰকীয়ে মুক্তি পালে। বক্স অফিচত ছুপাৰ ডুপাৰ হিট ছবি হিচাপে ৰকী জনপ্ৰিয় হ'ল। চাৰিটা খণ্ডত নিৰ্মাণ হোৱা ৰকীৰ মুখ্য চৰিত্ৰত ষ্টেল'নে অসাধাৰণ অভিনয় কৰিছিল। যি 'ৰকী' সৰ্বকালৰ এখন সফল বাণিজ্যিক ছবি।

## ৰেম্বো ৰূপত ষ্টেলন

সৰ্বতোকালৰ এখন একচন প্ৰধান 'হিট' ছবি হ'ল 'ৰেম্বো'। তিনিটা খণ্ডত নিৰ্মিত ৰেম্বো'ৰ কাহিনী চিত্ৰনাট্য আৰু সংলাপ ষ্টেল'নৰ নিজা। ৰেম্বো'ৰ খণ্ড তিনিটা হ'ল— ফাষ্ট ব্লাড (১৯৮২) ৰেম্বোঃ ফাষ্ট ব্লাডটু (১৯৮৫) আৰু ৰেম্বো থ্ৰী (১৯৮৮)। ৰেম্বোথ্ৰী ছবিখন সন্ত্ৰাসবাদ লৈ কৰা ছবি। ৰেম্বো থ্ৰীত দেখা পাওঁ ৰাষ্ট্ৰীয়া সন্ত্ৰাসবাদী পতন। 'ৰেম্বো'ৰ তিনিটা খণ্ডতে নায়ক হিচাপে ছিলভেষ্টাৰ ষ্টেল'নে যি দুৰ্দ্ধান্ত অভিনয় কৰিলে সি সমস্ত বিশ্বতে বিৰল। চিনেমা জগতত 'ৰেম্বো' এক ইতিহাস, ষ্টেল'নৰ জীৱনৰ এক মাইলৰ খুটি। পূৰ্বৰ চিনেমাবোৰৰ তুলনাত ৰেম্বো'ৰ বহুত পাৰ্থক্য। পিষ্টল, ৰিভলভাৰৰ ঠাইত ৰেম্বোৰ হাতত তুলি দিয়া হ'ল বিৰাট বিৰাট আগ্নেয়াস্ত্ৰ। লাইট মেচিনগান, মেচিনগান, ৰকেট লান্সাৰ। আকৌ কেতিয়াবা অত্যাধুনিক কাৰ্ফাই (ধেনু) জাতীয় অস্ত্ৰ। ৰেম্বোৰ জনপ্ৰিয়তা সৰ্বত্ৰতে। অত্যাধুনিক মাৰণাস্ত্ৰ লৈ থকা ৰেম্বোৰূপী ষ্টেল'নৰ ফটো দেখিলে সৰু মাত ফুটা শিশুটিয়েও কয়, 'লেম্বা' বুলি। ছিৰিজধৰ্মী ছবি 'ৰকী' আৰু 'ৰেম্বো'ই আমেৰিকাত দুই মিলিয়নতকৈয়ো অধিক ডলাৰ লাভ কৰে। ৰেম্বোৰ পিছত ষ্টেল'নৰ যশ, খ্যাতি, সুনাম পৃথিৱীৰ ইমূৰ সিমূৰ চুই যায়। ষ্টেল'নৰ ওচৰলৈ

আহে বহুতো ছবিৰ অফাৰ। যি প্ৰযোজক-পৰিচালকে ষ্টেলনক আচহুৱা মুখমণ্ডল আৰু গলগলীয়া কণ্ঠস্বৰৰ বুলি বিমুখ কৰিছিল সেই প্ৰযোজক, পৰিচালকেই ৰেম্বোৰূপী একচন হিৰ'জনৰ ওচৰত ভিৰ কৰিলেহি। তেওঁ অভিনয় কৰা ছবিবিলাকৰ ভিতৰত 'বাইনষ্টোন' (১৯৮৪), 'অস্কাৰ' (১৯৯১), 'ষ্টন অব মাই মাম উইল চুট' (১৯৯২), 'ক্লিফাহংগাৰ', 'ডিম'লেশ্বন' মেন (১৯৯৩), 'দ্য স্পেচিয়েলিষ্ট', কপলেণ্ড, 'জৰ্জে ড্ৰিড', 'এচেচিচ দ্য কাৰ্টেৰ' আদি উল্লেখযোগ্য।

ষ্টেল'ন এগৰাকী হলিউডৰ নাম কৰা তাৰকা। ধাৰাবাহিকভাবে ছবিত অভিনয় কৰি যোৱাৰ মানসিকতা এটা তেওঁৰ নাই। যাৰ বাবে তেওঁ 'ৰেগুলাৰ এপিছ'ড' নহয়। শেহতীয়াকৈ ষ্টেল'নে অভিনয় কৰা ছবিখন হ'ল 'ড্ৰাইভেন'। ছবিখনৰ কাহিনী তেওঁৰে। ষ্টেল'নে ড্ৰাইভেনৰ সহযোগী চৰিত্ৰ এটাত অভিনয় কৰিছে। ড্ৰাইভেন মুক্তি পোৱাৰ প্ৰথম তিনি দিনতেই উপাৰ্জন কৰিছে প্ৰায় ১৪ নিযুত ডলাৰ। ছবিখনৰ চিডিয়ো বজাৰত ওলাইছে।

## প্ৰেম আৰু বৈবাহিক জীৱন

'ৰকী', 'ৰেম্বো'খ্যাত ষ্টেল'ন হলিউডৰ ছুপাৰহিট হ'লেও বাস্তৱ জীৱনত বৈবাহিক ক্ষেত্ৰত ষ্টেলন'ৰ জীৱন তথাকথিতভাৱে 'হিট' নহয়। তেওঁৰ প্ৰেমিকাৰ সংখ্যা তাকৰ নাছিল যদিও বা জীৱন সাফল্যকৰ যদিও পাৰিবাৰিক দিশত তেওঁ অসুখী। তেওঁ ১৯৭৪ চনত চাচা নামৰ এগৰাকী অভিনেত্ৰীৰ সৈতে বিবাহপাশত আবদ্ধ হৈছিল। এই বিবাহ বেছিদিন নিটিকিল। ন বছৰৰ পিছত ১৯৮৫ চনত দুয়োৰে বিবাহ-বিচ্ছেদ হয়। দ্বিতীয়বাৰৰ কাৰণে বিবাহ কৰাই ব্ৰিগিট নিয়েলচনক। একেই অৱস্থা। বিচ্ছেদতে এই বান্ধোনৰো ইতি পৰে। ষ্টেল'নে তৃতীয় বাৰৰ কাৰণে বিবাহ পাশত আৱদ্ধ হয়। পাত্ৰী মডেল জেনিফাৰ ফ্লেবিন। এই বন্ধনৰ চিনস্বৰূপে এটি কন্যা সন্তানৰ জন্ম হয়। কন্যাৰ নাম হ'ল চোফিয়া। বৰ্তমান জেনিফা আৰু চোফিয়াৰ সৈতে ষ্টেল'ন সুখী। কমিকছ হিৰ'ৰ পৰা হলিউডৰ একচন হিৰ' হোৱা ষ্টেল'ন হলিউডৰ এটুকুৰা উজ্জ্বল ৰত্ন।



# লেডী কিলাৰ জেমছ্ বণ্ড (০০৭)

হলিউডৰ জনপ্ৰিয় ব্যক্তি পিয়াৰচ ব্ৰচনান। কেৱল হলিউডৰে নহয়, বৰং সমগ্ৰ বিশ্বৰ অসংখ্য যুৱতীৰ স্বপ্নৰ নায়ক পিয়াৰচ। পিয়াৰচ যেন জেমছ্ বণ্ডৰেই আন এটি নাম। সম্প্ৰতি পিয়াৰচৰ বাদে আন কোনো ব্যক্তিকেই যেন জেমচ বণ্ডৰ ৰূপত কল্পনা কৰিব নোৱাৰি। সেইবাবেই হয়তো পিয়াৰচ আন কোনোবা নাৰীৰে বৈবাহিক সম্বন্ধ স্থাপন কৰিবলৈ ওলোৱা খবৰটো কোনো যুৱতীৰ বাবেই ভাল খবৰ নহয়। পূৰ্বৰ স্ত্ৰী তথা অভিনেত্ৰী কাচান্দ্ৰা হেৰিচৰ অকালতে মৃত্যু হোৱাৰ পাছত পিয়াৰচ যেন উদাসীন হৈ পৰিছিল। পত্নীহীন পিয়াৰচৰ বয়স এতিয়া পঞ্চাশ বছৰ। অলপতে আয়াৰলেণ্ডৰ ৰোমান কেথলিক গীৰ্জাত পিয়াৰচ বিবাহ পাশত আবদ্ধ হয় তেওঁৰেই পুৰণি বান্ধৱী কিলি চে স্মিথৰ সৈতে। ৩৬ বছৰীয়া কিলিক বহু পূৰ্বেই পিয়াৰচে বিয়া কৰোৱাৰ কথা ভাবিছিল যদিও পুত্ৰৰ দুৰ্ঘটনাজনিত অসুস্থাই তেওঁলৈ বাধা নমাই আনিছিল। অৱশেষত নানা বাধা-বিঘিনিৰ অন্তত পিয়াৰচ-কিলিৰ এই বিবাহ হলিউডৰ অন্যতম গৰম খবৰ হৈ পৰিছিল।

জেমছ্ বণ্ড চিৰিজৰ প্ৰথমখন "ডাক্টৰ নো' নিৰ্মাণ হয় ১৯৬২ চনত। ডাঃ নো-তেই দেখনীয়াৰ চিক্ৰেট এজেণ্ট জনৰ প্ৰথম আবিৰ্ভাব। বণ্ডৰ চৰিত্ৰত অভিনয় কৰিছিল ছিন ক'নাৰিয়ে। জেমছ্ বণ্ড হ'ল চিৰ যৌৱনেৰে উপচা পুৰুষ সুলভ চেহেৰাৰে এক বিশাল ব্যক্তিত্বৰ অধিকাৰী। যৌৱন সুলভ চেহেৰা এই চৰিত্ৰটিৰ অন্যতম আকৰ্ষণীয় দিশ। যাৰ বয়স ৩৫ বছৰ। প্ৰোন প্ৰথম বাৰৰ বাবে বণ্ডৰ চৰিত্ৰক তেজ-মাংসৰ এজন সজীৱ পুৰুষত পৰিণত কৰি সাংঘাতিকভাৱে সাফল্য অৰ্জন কৰে ছিন ক'নাৰিয়ে। তেওঁৰ দ্বাৰা অভিনীত প্ৰথম বণ্ড ছবি 'ডাঃ নো' মুক্তি লভে ১৯৬২ চনত। বিশ্বৰ প্ৰতিজন বণ্ড প্ৰেমীয়ে এই ছবিখন চাইছিল। এটি সমীক্ষাত জানিব পৰা গৈছে যে বিশ্বৰ প্ৰায় ১০০ কোটি দৰ্শকে ডাঃ নো উপভোগ কৰিছে। ছখন বণ্ড ছবিত অভিনয় কৰি ছিন ক'নাৰিয়ে অৱসৰ লয় ১৯৭১ চনত। তেওঁৰ শেষ ছবি দুখন আছিল 'ডায়মণ্ড' আৰু 'ফৰ এভাৰ"। ছবি দুখনত

অভিনয় কৰি অৰ্জা ১০ লাখ ডলাৰ তেওঁ স্কটলেণ্ডৰ প্ৰতিবন্ধী শিশুসকলৰ বাবে দান কৰে।

যোল্ল অনাই সত্য যে-যৌনতা, ৰোমাঞ্চকৰ পৰিবেশ, সচ্ছল জীৱনৰ নানা উপকৰণৰ বাৰেবৰণীয়া সমাৰোহ, এই সকলোবোৰ আকৰ্ষণীয় আহিলা ছবিবোৰত প্ৰয়োগ কৰাৰ ফলতেই বণ্ড ছবিবোৰক দৰ্শকে গোগ্ৰাসে গিলে। প্ৰযোজক সকলে গম পালে যে 'জেমছবণ্ড' মানেই "সোণৰ কণী পৰা হাঁহ"। ছিন ক'ণাৰিৰ দ্বাৰা অভিনীত আনকেইখন ছবি হ'ল ফ্ৰম ৰাছিয়া উইথ লাভ (১৯৬৩)," গোল্ড ফিংগাৰ (১৯৬৪), "থাণ্ডাৰ বল" (১৯৬৫)।

'জেমছবণ্ড' ছবিৰ জয়যাত্ৰা আৰম্ভ হ'ল। বণ্ড'ৰ চৰিত্ৰটি লৈ নানা গৱেষণা চলিল। দিনক দিনে জেমছ বণ্ড' নামৰ স্পাই জনৰ জনপ্ৰিয়তা বৃদ্ধি কৰাৰ কৌশল আৱিস্কাৰ হ'ব ধৰিলে। গুপ্তচৰ বৃত্তিৰ নানা ধৰণৰ টেনছনৰ লগতে সংযোগ ঘটোৱা হ'ল টেক্‌নিকেল গেজেটছ আৰু ছেক্স। স্পাইজনক উপস্থাপন কৰাৰ বাবে যিখিনি ৰাজনৈতিক গোন্ধ থাকিব লাগে তাক বৰ নিৰাপদ ধৰণেৰে সজাই ৰখা হয়। "দি স্পাই হু লাভছ মি" ছবিখনৰ কথালৈ আহো। আয়ান ফ্লেমিঙে এই কাহিনী ৰচনা কৰিছিল শীতল যুদ্ধৰ উদ্বিগ্নতাৰ পটভূমিত। প্ৰযোজক কিউবি ব্ৰকোলিয়ে মূল কাহিনীটো চেল্যুলয়ডৰ পৰ্দালৈ আনোতে ৰাজনীতি অংশটো বাদ দিয়ে। ছবিৰ নায়ক বণ্ড আমেৰিকান স্পাই আৰু নায়িকা মিছ এক্স ৰাছিয়ান চোৰাংচোৱা। বণ্ডে মিছ এক্সৰ সৈতে বিহাৰ কৰে আৰু বণ্ডৰ পৰিকল্পনাৰ দ্বাৰা খলনায়কৰ ঘাটি ধ্বংস কৰে।

## ছেক্সী স্পাই জেমছ্ বণ্ড

বণ্ড ছবিৰ আন এক উল্লেখযোগ্য দিশ ছেক্স বা অবাধ যৌনতা। সেয়ে বহুতে বণ্ডক 'ছেক্সী স্পাই', 'প্লেবয়' আদি আখ্যা দিয়ে। বণ্ড ছবিবোৰত স্পাইৰ অন্যতম আহিলা হিচাপে নাৰীক নিৰ্বাচন কৰি লোৱা হয়। নাৰী মানে এখন ধুনীয়া মুখ, এটি উন্নত ফিজিক-যি বণ্ডৰ ওচৰত পুতলা সদৃশ হৈ থাকে। হয়তো বণ্ডৰ পুৰুষ সুলভ ব্যক্তিত্ব, বণ্ডৰ চৰিত্ৰত ৰোমাণ্টিকতাৰ ছাঁয়া আদিৰ বাবেই নাৰীসকলে তেওঁৰ গাত চেলাপেটি জোকৰ দৰে লাগি থাকে। সঘনে সুন্দৰী নাৰী সান্নিধ্য লভাত জেমচ বণ্ড অতি পাকৈত। নাৰী হস্তগত কৰাৰ ক্ষেত্ৰতো বণ্ড অতি পাকৈত। নাৰীৰ হস্তগত কৰাৰ ক্ষেত্ৰত বণ্ডৰ দৰে এক্সপাৰ্ট সম্ভৱতঃ পাৰ্থিৱ জগতত কোনো

নাই। প্ৰশ্ন হয় নাৰীসকলে বণ্ডক ইমান পচন্দ কৰে কিয়? বণ্ডৰ ৰহস্য কি যাৰ বাবে নাৰীসকলে তেওঁৰ গাত চেলাপেটি জোক লগাদি লাগি থাকে!

সম্ভৱতঃ পুৰুষত্বই বণ্ডৰ একমাত্ৰ পজিটিভ কোৱালিটি। বণ্ডৰ আকৰ্ষণীয় পুৰুষত্ব, ব্যক্তিত্ব, বুদ্ধিৰ মেৰ-পাক, উপস্থিত বুদ্ধি আৰু অস্ত্ৰ লৈ বিহাৰ কৰা আকৰ্ষণীয় কাৰুকাৰ্য। বণ্ডৰ চৰিত্ৰত এনে কিছুমান গুণ দেখা পোৱা যায় যাৰ বাবে জেমছ বণ্ডক এজন সফল "লেডী কিলাৰ" বা 'প্লেবয়' বুলি ক'ব পাৰি। নাৰী, প্ৰেম, যৌনতা, ভায়োলেন্স, অবাস্তৱতা, চমক... আদিৰ সমাহাৰ জেমছ বণ্ড। বণ্ডৰ প্ৰচুৰ নাৰী সংগ। নাৰীৰ লগত যৌন সম্পৰ্ক কৰে কিন্তু প্ৰেমত নপৰে। অৱশ্যে বণ্ডৰ ছবিক এতিয়ালৈকে কোনেও 'পৰ্ণোগ্ৰাফী' বুলি আখ্যা দিবলৈ সাহস কৰা নাই।

## বণ্ডগাৰ্ল

বণ্ডৰ সংগ দিয়া নাৰী সকলক "বণ্ডগাৰ্ল" ৰূপে জনা যায়। গুপ্তচৰগিৰি কাৰ্যৰ বাবে বহু নাৰীৰ নাম আজি পৃথিৱী বিখ্যাত। কিন্তু বণ্ড ছবিৰ নাৰী গুপ্তচৰবোৰৰ কাৰ্যকলাপ বা কাহিনী সেই সঁচা জীৱনৰ গুপ্তচৰতকৈ বহু পৃথক। বণ্ড ছবিৰ নাৰী গুপ্তচৰবোৰক প্ৰায়েই দৰ্শকক আদিম যৌনৰসৰ যোগান ধৰা কাৰ্যৰ বাবে ব্যৱহাৰ কৰা হয়। উদাহৰণ হিচাপে ক'ব পাৰি "কেছিনো ৰয়েল" ছবিৰ নায়িকা অতি কামাতুৰা, গল্ড ফিংগাৰ ছবিৰ নায়িকা সমকামী, 'মুনৰেকাৰ' ছবিৰ নায়িকা যৌনজীৱনত অতি বিকৃতভাৱে শীতল, 'ডায়মণ্ড' আৰু 'ফৰ এভাৰ' ছবিৰ নায়িকা একাধিকবাৰ ধৰ্ষিতা.....।

বণ্ডগাৰ্লসকলৰ নামো ভিন্ন। যেনে — কাৰোবাৰ নাম পুচি, কাৰোবাৰ প্ৰেটি, কাৰোবাৰ মেৰী গুড্‌নাইট, কাৰোবাৰ ডিংক আকৌ কাৰোবাৰ মিছ এক্স; কাৰোবাৰ আকৌ নাম এলেক্স....।

এক সমীক্ষা অনুযায়ী বণ্ড চিৰিজৰ ১৮ নম্বৰ ছবিখনলৈকে বণ্ডে নাৰী সংগ লাভ কৰে ৭৬ বাৰ। অৰ্থাৎ গড়ে চাৰিবাৰতকৈ অধিক। এই লীলা খেলাত বণ্ডক সংগ দিয়া ৫৫ গৰাকী নাৰীৰ ভিতৰত ২৪ গৰাকী সোণালী চুলিৰ নাৰী, ২৭ গৰাকী ব্ৰুনেট্ আৰু ৪ গৰাকী ৰেড্‌হেড্। তাৰে ৩২ গৰাকী ইউৰোপিয়ান, ১৩ গৰাকী আমেৰিকান, চাৰি গৰাকী ৰাছিয়ান, এগৰাকী লেবানিজ আৰু এগৰাকী ইজিপ্তচিয়ান

অনন্যা নাৰী। বণ্ড ছবিত পুৰুষ নায়কৰ আধিপত্যৰ প্ৰকোপত নাৰী চৰিত্ৰবোৰ পুতলা সদৃশ হৈ থাকিব লগীয়া হয়।

## মাইনেম ইজ বণ্ড— জেমছ্ বণ্ড

'০০৭' অৰ্থাৎ জেমছ বণ্ড নামৰ এই অসীম সাহসী চোৰাংচোৱাজনাৰ অৱশ্যে বয়স কোনোদিনে নাবাঢ়ে। বণ্ড চিৰ যৌৱনৰ অধিকাৰী। সময়ৰ লগে লগে জেমছ বণ্ডৰ হাতত অত্যাধিক যুদ্ধাস্ত্ৰ তুলি দিয়া হ'ল। জেমছ বণ্ডক লৈ দৰ্শকৰ কৌতুহল বাঢ়িল। জেমছে ব্যৱহাৰ কৰিলে কেমেৰা ৰূপী মাইক্ৰকেছেট ৰেকৰ্ডাৰ। আৰু ক'ত যে কি! ইয়াৰ উপৰিও গাড়ীৰ ভেলেকী বাজী আছেই। তাৰ এক দৃষ্টান্ত পোৱা যায় পিয়ের্চ ব্ৰছনানৰ দ্বাৰা অভিনীত বণ্ড ছবি 'টুমৰ্ক নেভাৰ ডাই'ত (১৯৯৭) ব্ৰচনান অভিনীত বণ্ড চিৰিজৰ দ্বিতীয়খন ছবি হ'ল 'টুমৰু নেভাৰ ডাই।' ইয়াৰ আগতে এই চিৰিজৰ-'গল্ডেন আই' নামৰ ছবিখনতেই প্ৰথম বছনানে বণ্ডৰ চৰিত্ৰত অভিনয় কৰে আৰু বণ্ড চিৰিজৰ ছবিৰ ইতিহাসত ডাঃনো'ৰ পাছতেই গল্ডেন আই'য়েই, হ'ল আটাইতকৈ সফলতম ছবি। ছবিখন নিৰ্মিত হৈছিল বিশ্বযুদ্ধৰ পটভূমিত।

পিয়াৰচ ব্ৰচনান অভিনীত তথা জেমছ্ বণ্ড চিৰিজৰ ১৯ তম ছবিখন হ'ল "দি ৱৰ্ল্ড ইজ নট এনাফ"। সঁচা কথা পৰিচালক মাইকেল আপঠেড বা বণ্ড স্বৰূপ ব্ৰচনানৰ বাবে "পৃথিৱীখনেই যথেষ্ট নহয়।" 'দি ৱৰ্ল্ড ইজ নট এনাফ'ত ব্ৰচনান ছেক্সী চুপাৰ স্পাই। যুক্তৰাষ্ট্ৰত প্ৰথম সপ্তাহটোতে ছবিখনে আয় কৰিছিল ৩৫.৫ মিলিয়ন ডলাৰ। জেমছবণ্ড চিৰিজৰ আনবোৰ ছবিৰ দৰেই সকলোবোৰ মছলাই আছে 'দি ৱৰ্ল্ড ইজ নট এনাফ'ত। ছবিখনত বণ্ডৰ সান্নিধ্যলৈ অহা নাৰী গৰাকী হ'ল এলেক্সা। বহুতৰ মতে ব্ৰচনানেই একমাত্ৰ অভিনেতা যি ছিন ক'নাৰীৰ পাছতে বণ্ড ছবিত শ্ৰেষ্ঠতম অভিনয়ৰ পৰিচয় দিছে। ব্ৰচনান প্ৰকৃততে এজন সাহসী তথা মহান অভিনেতা । জেমছ্ বণ্ড চৰিত্ৰটোৰ সকলো গুণেই আছে ব্ৰচনানৰ গাত। ছবিখন চালে সঁচাই উপলব্ধি হয় যে বিশ্বখনো তেওঁৰ বাবে যথেষ্ট নহয়।

সমগ্ৰ বিশ্বৰ এডভেঞ্চাৰবিলাকৰ ভিতৰত নিসন্দেহে জেমছ্ বণ্ড শ্ৰেষ্ঠ। বণ্ডৰ শ্ৰেষ্ঠতাৰ জবাব নাই। ফেণ্টম, বেড মেন, ছুপাৰ মেন, শক্তিমান ..... আদি

কত যে এডভেঞ্চাৰ চিৰিজৰ সৃষ্টি হৈছে কিন্তু কোনেও জেমছ বণ্ডৰ জনপ্ৰিয়তা হ্ৰাস কৰিব পৰা নাই। এসময়ত বণ্ডৰ চৰিত্ৰৰ চেলেঞ্জ হিচাপে তথা মাৰ্কিন সেনাৰ ভাবমূৰ্ত্তি উজ্জ্বল কৰিবৰ কাৰণে সৃষ্টি হৈছিল 'ৰেম্বোৰ'। সৰু পিষ্টল আদিৰ সলনি ৰেম্বোৰ হাতত তুলি দিয়া হ'ল অত্যাধুনিক বিৰাটকায় সামৰিক আগ্নেয়াস্ত্ৰ। সেইদৰে সৃষ্টি হ'ল 'ডেল্টা ফৌজ' সৃষ্টি হ'ল তেজ মঙহৰ ব্ৰুচলী, জেকী চান আদিৰ সমৰ ক'লা বিষয়ক ছবি। কিন্তু আমেৰিকাৰ জেমছ বণ্ড অৰ্থাৎ '০০৭'ৰ জনপ্ৰিয়তা বণ্ড প্ৰেমীৰ মাজত হ্ৰাস নহ'ল।

'জিৰ জিৰ ছেভেন' অৰ্থাৎ জেমছ বণ্ডৰ মৃত্যু নাই। মৃত্যুঞ্জয়ী এইজনা অসীম সাহসী চোৰাং চোৰাক বধিবৰ বাবে তেওঁৰ শত্ৰুবৰ্গই মৃত্যুজাল পাতেহে পাতে, অৱশেষত মৃত্যুজাল ফালি এগৰাকী সুন্দৰী নাৰীক কাষত লৈ বণ্ড ওলাই আহে। বণ্ডৰ ওঁঠত বিজয়ৰ হাঁহি আৰু মুখত 'মাই নেম ইজ বণ্ড, জেমছ বণ্ড' সেই চিৰযুগমীয়া সংলাপটি।

শেহতীয়াকৈ জেমছ বণ্ড আহি ভাৰতীয় দূৰদৰ্শনৰ বিজ্ঞাপনৰ জগতখনত প্ৰবেশ কৰিছে। টিভিৰ চুইচ অন কৰিলেই দেখা পোৱা যায় সাজ-কাপোৰত স্মাৰ্ট পুৰুষসুলভ জেমছ বণ্ডক 'luxury Suiting ত Raid and Taylor. Bond with the best.'

&&&&

# দেশী উৰ্মিলাৰ বিদেশী স্বপ্নৰ প্ৰেমিক টাইটানিকৰ লিঅ'নাৰ্ডো

## কলিজা কঁপোৱা যাৰ চাৱনি

পৰিশ্ৰমেই হ'ল সফলতাৰ গোপন চাবিকাঠি। খেদি ফুৰিলে সফলতা নাহে। সফলতা 'আল্লাউদ্দিনৰ চাকি'ৰ দৰে। পৰিশ্ৰমৰ দ্বাৰাহে সফলতা আহে। অৱশ্যে কপালৰ ঘাম মাটিত পেলোৱাটোৱে পৰিশ্ৰম নহয়। পৰিশ্ৰম কৰিব জানিব লাগে মগজুৰে— বিবেকে। সফলতাৰ বাবে সদায় কিবা এটা মূল্য দিবলগীয়া হয়। সফলতাৰ বাবে ত্যাগ অপৰিহাৰ্য। জেমছ্ কেমেৰুণৰ 'ব্লকবাষ্টাৰ', 'টাইটানিক' ছবিৰ ৰোমাণ্টিক নায়ক লিঅ'নাৰ্ডো দ্য কেপ্ৰিঅ'ৰ সফলতাৰ আঁৰত আছিল বহুতো পৰিশ্ৰম আৰু ত্যাগ।

হলিউডৰ পৰা প্ৰকাশিত 'গ্লোব' নামৰ বিখ্যাত আলোচনীখনৰ এক অনুসন্ধানমূলক প্ৰতিবেদনৰ মতে আজিৰ যুৱ সমাজত সাংঘাতিক ভাবে জনপ্ৰিয়তা অৰ্জন কৰা অভিনেতাজন হ'ল লিঅ'নাৰ্ডো। টাইটানিকৰ 'জেক' চৰিত্ৰৰ মাজেদি তেওঁ বিখ্যাত হৈ পৰিল। টাইটানিকৰ 'জেক' চৰিত্ৰৰ মাজেদি তেওঁ পৃথিৱীৰ চুকে-কোণে থকা সকলো মানুহৰ হৃদয়ত সোমাই পৰিছে। সকলোবোৰ আলোচনী, বাতৰি কাকত, পত্ৰিকা আদিত লিঅ'ৰ ফটো প্ৰকাশ হৈছে। হাজাৰ হাজাৰ লিঅ'ৰ ভক্তই তেওঁক সাক্ষাৎকাৰৰ বাবে প্ৰতিদিনে অপেক্ষা কৰি থাকে। লিঅ' যলৈকে যায় ত'তেই যুৱক-যুৱতীৰ দীঘলীয়া শাৰী। সকলোৱে লিঅ'ক দৰ্শন কৰিব বিচাৰে, সোৱাদ ল'ব বিচাৰে লি'অৰ স্পৰ্শৰ। যুৱ অভিনেতাজনৰ এটা স্পৰ্শৰ বাবেই আকুল হৈ পৰে বহুতো গাভৰু — পাটগাভৰু।

প্ৰশ্ন হ'ল আজিৰ যুৱ প্ৰজন্মৰ মাজত লিঅ'নাৰ্ডো ইমান জনপ্ৰিয় কিয়? লিঅ'ৰ জনপ্ৰিয়তাৰ ৰহস্য কি? হয়তো ইয়াৰ কাৰণ বহুতো। টাইটানিকৰ হিৰ' জেক' বহুতৰ বাবে 'ৰ'ল মডেল'। বলিউডৰ আগশাৰী অভিনেত্ৰী উৰ্মিলাৰো স্বপ্নৰ

প্ৰেমিক লিঅ'নাৰ্ডো। প্ৰকৃততে টাইটানিকৰ 'জেক' চৰিত্ৰটোৱেই তেওঁক জনপ্ৰিয়তাৰ শীৰ্ষত আৰোহণ কৰালে। টাইটানিকেই লিঅ'ৰ জীৱনৰ 'টাৰ্নিং পইণ্ট'। টাইটানিকৰ বাবেই তেওঁৰ ইমান যশ আৰু খ্যাতি। তেওঁৰ আকৰ্ষণীয় 'ফিগাৰ', এযুৰি দহা চকু, অবাধ্য পাতল বাদামী চুলিকোছা, সুদৰ্শন মুখ মণ্ডল, কথা কোৱাত নিজস্ব ষ্টাইল আদি লিঅ'ৰ 'প্লাচ পইণ্ট'। টাইটানিকত কৰা সুন্দৰ অভিনয়— যি লিঅ'ক আমি 'জেক' চৰিত্ৰৰ মাজত বিলীন হৈ যোৱা দেখা পাইছিলো। টাইটানিকৰ জেকে বহুতো গাভৰুৰ হৃদয়ত টুকুৰিয়াই গৈছিল। কম্প্লিট লিঅ'নাৰ্ডোক সকলোৰে জানিবৰ মন যায়। জানিবৰ মন যায় লিঅ'ৰ শৈশৱক, তেওঁৰ যৌৱনক আৰু চেল্যুলয়ড় জীৱনক।

## গ্লেমাৰ বিশ্বত লিঅ'নাৰ্ডো

লিঅ'নাৰ্ডোৰ জন্ম হৈছিল ১৯৭৪ চনৰ ১১ নবেম্বৰৰ দিনা লছ এঞ্জেলছত। তেওঁৰ সম্পূৰ্ণ নামটো হ'ল লিঅ'নাৰ্ডো উইলহেম দ্য কেপ্ৰিঅ' (Leonardo wilhelm Di Caprio) শৈশৱৰ পৰাই তেওঁৰ অভিনয়ৰ প্ৰতি বিৰাট ধাউতি আছিল। হলিউডত বা বিদেশত অভিনয় শিল্পীসকলৰ ছবিৰ সৈতে যোগাযোগৰ বাবে নিজ নিজ একোজন এজেণ্ট থাকে আৰু তেওঁ শিল্পীৰ সৈতে নিৰ্মাতাৰ যোগাযোগ ৰাখে। লিঅ'ৰ অভিনয়ৰ প্ৰস্তাৱ চুলিৰ কাট বেয়া বাবে এজেণ্টৰ দ্বাৰা ১০ বছৰ বয়সতে নাকচ হৈছিল। অৱশ্যে চুলিৰ কাট্ বেয়া, ল'ৰাটোৱেই ১৯৮৮ চনত ছবিৰ ব্যৱসায়ত সোমাই পৰি বহুতো চিত্ৰ নিৰ্মাতাৰ দৃষ্টি আকৰ্ষণ কৰিছিল। লিঅ'ই প্ৰথমে বহুতো বিজ্ঞাপনত 'মডেল' হিচাপে কাম কৰিছিল। এই মডেলৰ পৰাই তেওঁৰ ছবি জগতত প্ৰবেশৰ বাট সুচল হৈ পৰে।

লিঅ'নাৰ্ডোয়ে অভিনয় কৰা প্ৰথম ছবি হ'ল 'পেৰেণ্টহুড'। ছবিখনত অভিনয় কৰোতে তেওঁৰ বয়স আছিল — 'চুইট ছিক্সটিন'। চনটো আছিল ১৯৯০ চন। তাৰ আগেয়ে শিশু শিল্পী হিচাপে তেওঁ টিভিত অভিনয় কৰিছিল। জীৱনৰ ঊনৈশ বছৰ বয়সত জ'নী দীপৰ 'হোৱাট ইটিং গিলবাৰ্ট গ্ৰেপ' (১৯৯৩) ছবিখনৰ বাবে প্ৰথম শ্ৰেষ্ঠ সহঅভিনেতাৰ অস্কাৰৰ নমিনেচন্ পায়। অৱশ্যে চূড়ান্ত বিচাৰত লিঅ'ৰ প্ৰায় ককাকৰ বয়সৰ টমী লী জোনছে 'দা ফিউজিটিভ' নামৰ ছবিখনৰ বাবে অস্কাৰ লাভ কৰে।

১৯৯৫ চনত 'দ্যা কুইক এণ্ড দ্যা ডেড্' ছবিত লিঅ'নার্ডোয়ে নায়কৰ ভূমিকাত অভিনয় কৰে। সেই সময়ৰ লিঅ'ৰ এখন উল্লেখযোগ্য ছবি হ'ল 'ৰোমিঅ' জুলিয়েট' (১৯৯৬)। ছবিখনত ৰোমিঅ'ৰ ভূমিকাত অভিনয় কৰাৰ সময়ত তেওঁ দেখিবলৈ পাইছিল সাফল্যৰ এচমকা পোহৰ। তাৰ পাছতে তেওঁ টাইটানিকত অভিনয় কৰাৰ সুযোগ লাভ কৰে। টাইটানিকৰ 'জেক' চৰিত্ৰটিয়ে তেওঁক 'ষ্টাৰ'ৰ পৰা 'চুপাৰষ্টাৰ' শাৰীলৈ উন্নীত কৰিলে। 'টুয়েণ্টিয়েথ চেঞ্চুৰি ফক্স'ৰ হিচাপ মতে অকল ভাৰতবৰ্ষতে টাইটানিকে ১০০ কোটিমান টকা উপাৰ্জন কৰে। টাইটানিকৰ দ্বাৰা লিঅ'ই লাভ কৰে বহু বিলিয়ন ডলাৰ। টাইটানিকৰ পূৰ্বে লছ ফেলিজ এৰিয়াত দুটা কোঠালিৰ এপাৰ্টমেণ্ট এটাত বাস কৰা অভিনেতাজনে টাইটানিকৰ পাছত মালিবৃত সাগৰৰ তীৰত এটি প্ৰসাদোপম অট্টালিকা ক্ৰয় কৰে।

আনহাতে লিঅ'নার্ডো দ্যা কেপ্ৰিঅ'ৱে ভাবে যে টাইটানিক নহয়, তেওঁৰ চলচ্চিত্ৰ জীৱনৰ প্ৰধান 'টাৰ্ণিং পইণ্ট' হ'ল 'দা বিচ্'। পৰ্যটকসকলৰ স্বৰ্গ থাইলেণ্ডৰ 'খাওঁ আই' দ্বীপত এই ছবিখনৰ শ্যুটিং হৈছিল। এলেক্স গাৰলেণ্ডৰ এক উপন্যাসৰ জনপ্ৰিয় কাহিনীৰ অৱলম্বনত 'দ্যা বিচ্' নিৰ্মাণ হৈছে। এই উপন্যাসৰ নায়ক 'ৰিচাৰ্ড' হ'ল এক পৰ্যটক, যিজনে তেওঁৰ ভ্ৰমণ কালত সন্ধান পাই এক অচিনা দ্বীপৰ। দ্বীপটোলৈ গৈ তেওঁ জড়িত হৈ পৰে গুপ্তধনৰ সন্ধানত। তেওঁৰ সংগী হয় এগৰাকী মাৰ্কিন তৰুণী। তেওঁৰ লগত প্ৰেমত পৰে ৰিচাৰ্ড। আনহাতে আৰু এদল মাৰ্কিন নাগৰিকে সন্ধান পাই এই দ্বীপৰ। তেওঁলোকেও নামি পৰে গুপ্তধনৰ সন্ধানত। প্ৰকৃততে ৰিচাৰ্ড ঘূৰি ফুৰিছিল 'গাৰ্ডেন অৱ ইডেন'ৰ সন্ধানত। এই স্বপ্নৰ বাগিচাৰ সন্ধান কৰি ফুৰোতে তেওঁ প্ৰেমৰ ফান্দত ভৰি দিয়ে ....... ।

ক্ৰমশঃ লিঅ' উঠি আহিছে হলিউডৰ প্ৰথম শাৰীৰ নায়কসকলৰ তালিকাত। তেওঁৰ পৰৱৰ্তী ছবিৰ তালিকাত আছে 'চেলিব্ৰিটি' য'ত তেওঁ এগৰাকী কবিৰ চৰিত্ৰত অভিনয় কৰিছে। তদুপৰি প্ৰখ্যাত পৰিচালক মাৰ্টিন স্কৰচিচ্ৰ 'দ্যা গেংজ অৱ নিউয়ৰ্ক' ছবিৰ নায়ক হ'ল লিঅ'নার্ডো।

**লিঅ'নার্ডোৰ ছবি ঃ** 'পেৰেণ্টহুড', 'হোৱাট ইটিং গিলবাৰ্ট গ্ৰেপ', 'দ্যা ফিউজিটিভ', 'ৰোমিঅ' জুলিয়েট', 'ক্ৰিটাৰ্ছ থ্ৰি', বায়জন আইডি', 'দ্যা বয়'জ লাইফ', 'দ্যা বাস্কেটবল ডায়েৰীজ', 'মাৰভিনছ ৰূম', 'ফুট শ্যুটিং পাৰ্টি', 'দ্যা কুইক

এণ্ড দ্যা ডেড', 'হান্‌ড্ৰেজ এণ্ড ওৱান নাইটছ', 'টোটেল একলিগছ', 'টাইটানিক', 'দ্যা মেই ইন দ্যা আইৰণ মাস্ক', 'ডনছ পাম' .... ইত্যাদি।

লিঅ'নাৰ্ডো এনে এজন যুৱ অভিনেতা যিজনে বিতৰ্কৰ মাজত থাকি ভাল পায়। সুদৰ্শন অভিনেতাজনে মাৰ্কিন ৰাষ্ট্ৰপতি বিল ক্লিণ্টনৰ সাক্ষাৎ গ্ৰহণ কৰি আলোড়নৰ সৃষ্টি কৰিছিল। এবিচি নিউজ'ৰ বাবে হোৱাইট হাউছত উপস্থিত হৈ বিল ক্লিণ্টনৰ সাক্ষাৎকাৰ বাণীবদ্ধ কৰাৰ বাবে মাৰ্কিন সংবাদ মাধ্যম জাণ্ডুৰ খাই উঠিছিল।

## লিঅ'ৰ প্ৰেম

লিঅ'ৰ প্ৰেমিকাৰ সংখ্যা তাকৰ নহয়। সুন্দৰী যুৱতীৰ সংগ ভালপোৱা লিঅ'ৰ স্থায়ী সংগী হ'ল জেৰী চুইনডেল। বহুতো যুৱতী লিঅ'ৰ এটি স্পৰ্শৰ বাবেই পাগল হৈ পৰে। টাইটানিকৰ 'জেক' চৰিত্ৰৰ মাজেদি লিঅ'ই হেজাৰ হেজাৰ সুন্দৰী হৃদয়ত ঠাই অধিকাৰ কৰি ল'লে। নাম-যশ আৰু খ্যাতিয়ে যিদৰে লিঅ'ৰ পাছে পাছে দৌৰিছে সেইদৰে দৌৰিছে সুন্দৰীসকল। অলপ স্পৰ্শ সুখৰ বাবে। কাৰণ টাইটানিকৰ 'জেক' বহুতো সুন্দৰী যুৱতীৰ 'ৰ'ল মডেল'। সুন্দৰী নাৰীৰ সংগত লিঅ'নাৰ্ডো প্ৰকৃততে এজন 'প্লে-বয়'। যিটো আজিৰ আপ টু ডেট জেনেৰেচনৰ এক 'ষ্টেটাচ চিম্বল'।

****

# নতুন প্ৰজন্মৰ হাৰ্ট থ্ৰ'ব 'ৰিকি মাৰ্টিন'

## গাভৰুৰ হৃদয়ত ৰিকিৰ ঠিকনা

আজিৰ ইয়ং জেনেৰেচনটোক সম্ভৱতঃ চিনাকি কৰি দিয়াৰ প্ৰয়োজন নাই ৰিকি মাৰ্টিনক। সকলো সংগীত প্ৰেমীয়ে জানে ৰিকি মানেই এক সংগীতৰ অনুষ্ঠান, পশ্চিমীয়া সংগীত জগতৰ খলকনি। ৰিকি মাৰ্টিন মানেই হৃদয়ৰ কম্পন বৃদ্ধি। প্ৰায় যুৱক-যুৱতীৰ হৃদয়ত ৰিকিৰ ঠিকনা। ৰিকিৰ ঠিকনা বিচাৰি সুদূৰ পশ্চিমলৈ নগলেও হ'ব, আজি হাজাৰ হাজাৰ ভাৰতীয় গাভৰুৰ হৃদয়তে লিখা আছে ৰিকিৰ ঠিকনা। সম্প্ৰতি বিশ্বৰ প্ৰতিটো কোণতে পাশ্চাত্য সংগীতৰ আদৰ পৰিধি বিহীন। মাইকেল জেকছন, মেডোনা আদিৰ দৰে পপ গায়ক-গায়িকাসকল সংগীত প্ৰেমীৰ মাজত বেছ চৰ্চিত আৰু পৰিচিত হৈ পৰিছে। পপ বিশ্বত সম্প্ৰতি খলকনি সৃষ্টি কৰিবলৈ সক্ষম হৈছে আমেৰিকাৰ ত্ৰিশ বছৰীয়া ৰিকি মাৰ্টিনে।

ৰিকি মাৰ্টিন যুৱ সমাজত এক জনপ্ৰিয় নাম। প্ৰায়ভাগ যুৱক-যুৱতীৰ ৰিডিং ৰুমত দেখা যায় ৰিকিৰ ফটো আৰু তেওঁৰ 'মাৰিয়া মাৰিয়া' গান সন্নিৱিষ্ট অডিঅ' কেছেট বা চিডি। ৰিকিৰ সুন্দৰ চেহেৰা, ক্লীনছেভ মুখ, অনবৰত মুখমণ্ডলত চেলাপেটী জোকৰ দৰে লাগি থকা হাঁহি, সুললিত কোকিল কণ্ঠ আদিয়ে যুৱক-যুৱতীসকলক সহজতে আকৰ্ষিত কৰে। হাজাৰৰো অধিক যুৱক-যুৱতীয়ে প্ৰতিদিনে তেওঁৰ সাক্ষাৎ পাব বিচাৰে। সকলোৱে ৰিকিক চাব বিচাৰে। য'তে ৰিকি মাৰ্টিন ত'তে যুৱক-যুৱতীৰ দীঘলীয়া 'কীউ-ৰিকি'-ৰ অটোগ্ৰাফ বিচাৰি বা তেওঁক দৰ্শনৰ কৰাৰ বাবে বা হৃদয় স্পন্দন বৃদ্ধি কৰা তেওঁৰ গীত শুনিবৰ বাবে।

## ৰিকিৰ সপোন

ৰিকি মাটিনৰ জন্ম হয় ১৯৭১ চনৰ ২৪ ডিচেম্বৰত উত্তৰ আটলাণ্টিক মহাসাগৰৰ এটি সৰু দ্বীপত। সৰু অৱস্থাৰ পৰাই ৰিকিয়ে গান শুনি, গান গায়, নাচি-বাগি ভাল পাইছিল। এজন ভাল গায়ক হোৱাৰ বাসনা তেওঁ সৰুৰে পৰাই

হৃদয়ত পুহি ৰাখিছিল। বাৰ বছৰ বয়সতেই 'মেনুডো' (Menude) নামৰ সংগীত গোষ্ঠী এটাৰ লগত জড়িত হৈ ৰিকিয়ে মঞ্চত গান গাবলৈ সুবিধা পাইছিল আৰু তেতিয়াই তেওঁ সকলোৰে মন জয় কৰিছিল।

অৱশ্যে এসময়ত ৰিকিৰ সপোন আছিল কিবা আৰু হ'লগৈ কিবা। প্ৰত্যেকজন মানুহৰ জীৱনতেই একোটা লক্ষ্য থাকে। এটা সপোন থাকে। কিছুমান হয়তো ইপ্সিত লক্ষ্যত উপনীত হয়গৈ আৰু আন কিছুমান হয়তো আধা বাটতে থাকি ৰয়। সময়ৰ বতাহে ক'ৰবাৰ পৰা নি ক'ৰবাত পোৱাইগৈ। জীৱন যাত্ৰাপথত যি এবাৰ ঘটি যায় সি আৰু দুনাই নাহে। বলিউডৰ জগতখনতেই দেখা যায়— হিন্দী ছবিৰ হাৰ্ট থ্ৰ'ব ঋত্বিক ৰোশনৰ সপোন আছিল সফল বিজ্ঞানী হোৱাৰ পিছে হ'লগৈ ৰূপালী পৰ্দাৰ তাৰকা। ঐশ্বৰ্য ৰয়ৰ সপোন আছিল ডাক্তৰ হোৱাৰ পিছে বিশ্বসুন্দৰীয়ে তেওঁৰ সপোন খেলি-মলি কৰি দিলে। আমিৰ খানৰ সপোন আছিল টেনিছ চেম্পিয়ন হোৱাৰ অৱশ্যে হ'লগৈ চিনে তাৰকা। সোণালী বেন্দ্ৰেৰ সপোন আছিল এগৰাকী বেলেট নৃত্যৰ নৃত্যপটীয়সী হোৱাৰ, সেইদৰে ৰাণীৰ সপোন আছিল এগৰাকী সম্ভ্ৰান্ত বঙালী গৃহিণী হোৱাৰ কিন্তু হ'লগৈ চেল্যুলয়ডৰ গৃহিণী। সেইদৰে ৰিকি মাৰ্টিনৰ সপোন আছিল এগৰাকী ডাক্তৰ হোৱাৰ। তেওঁ গান গাই পোৱা পইচাবোৰ সাঁচি ৰাখিছিল, ডাক্তৰী পঢ়াৰ বাবে। অৱশ্যে তেওঁৰ সংগীতৰ প্ৰতি অসীম হেঁপাহ থকাৰ বাবেই ডাক্তৰী পঢ়াৰ আশাত চেঁচা পানী পৰিল। সময়ে তেওঁক লৈ গ'ল পশ্চিমীয়া পপ সংগীতৰ এক প্ৰেমময় জগতলৈ।

প্ৰকৃততে ৰিকিৰ প্ৰথম আত্ম প্ৰকাশ এজন অভিনেতা হিচাপেহে। মাত্ৰ ছয় বছৰ বয়সৰ পৰাই তেওঁ আমেৰিকাৰ দূৰদৰ্শনৰ বিভিন্ন বাণিজ্যিক অনুষ্ঠানত অংশগ্ৰহণ কৰে। তেওঁ পোন প্ৰথম বাৰৰ বাবে মেক্সিকোত মামা এলৰ'ক নামৰ সংগীত নাট এখনত অভিনয়ৰ সুযোগ পায়। ১৯৯২ চনত 'আলকানজাৰ উনা এষ্ট্ৰেলাটু' নামৰ চিৰিয়েলখনত আঠমাহ অভিনয় কৰাৰ পাছত ৰিকি দৰ্শকৰ মাজত জনপ্ৰিয় হৈ পৰে।

## সংগীত আৰু অভিনয় বিশ্বত ৰিকি

১৯৯৮ চনৰ শতিকাৰ অন্তিমখন ফ্ৰান্স বিশ্বকাপ ফুটবলৰ সময়ৰ পৰাই বিশ্বৰ কোটি কোটি যুৱক-যুৱতীৰ মুখে মুখে থিতাপি লয় ৰিকি মাৰ্টিনে। কাৰণ

বিশ্বকাপ ফুটবলৰ 'থিম ছং লিভিংলা, ভিদা লোকা'ৰ সৃষ্টি আৰু কণ্ঠ আছিল ৰিকিৰ। সংগীত জগতত আলোড়নৰ সৃষ্টি কৰা ৰিকিয়ে বিশ্বকাপ ফুটবলৰ 'থিমছং'ৰ বাবে দায়িত্বভাৰ পোৱাটো উল্লেখযোগ্য। ৰিকিৰ জনপ্ৰিয়তা আৰু 'মাৰিয়া' গীতত আপ্লুত হৈ বিশ্বৰ আগশাৰীৰ কেছেট প্ৰযোজক 'Sony Music' এ আগবঢ়ালে বিশ্বকাপ ফুটবলৰ ওপৰত এটি গীত ৰচনা আৰু কণ্ঠ দিবলৈ। এই গীতৰ বাবে ৰিকিয়ে লাভ কৰে শ্ৰেষ্ঠ লেটিন পপ পৰিৱেশৰ 'গ্ৰেমী এৱাৰ্ড'। ৰিকিৰ এই গীতটি আছিল 'The Cup of life'।

১৯৯১ চনত ৰিকি মাৰ্টিনে স্পেনিছ ভাষাৰ প্ৰথমটো এলবাম মুকলি কৰে --'ৰিকি মাৰ্টিন' নামেৰে। যাৰ বাবে তেওঁ মেক্সিকো, আমেৰিকা, চিলি, আৰ্জেণ্টিনাত বিপুল জনপ্ৰিয়তা লাভ কৰে। ৰিকিৰ দ্বিতীয়টো এলবাম হ'ল 'মিম আৰছ'। এই এলবামৰ বাবে তেওঁ 'বিলবোৰ্ড' আলোচনীৰ নতুন লেটিন আৰ্টিষ্টৰ পুৰস্কাৰ লাভ কৰে।

## হলিউডত ৰিকি

এটা সময়ত ৰিকি লছ এঞ্জেলছত থাকিবলৈ লয়। তাৰ পাছত তেওঁ হলিউডলৈ গতি কৰে। আকৰ্ষণীয় চেহেৰা, সুন্দৰ ব্যক্তিত্ব, কষ্ট, ধৈৰ্য আৰু দক্ষতাৰ বাবে তেওঁ হলিউডতো খোপনি পুতিবলৈ সক্ষম হয়। বিভিন্ন থিয়েটাৰ, ছপ-অপেৰা আদিত তেওঁ অভিনয় কৰাৰ সুযোগ পায়। 'জেনেৰেল হস্পিতাল' নামৰ আমেৰিকাৰ দীৰ্ঘতম ধাৰাবাহিকখনত অভিনয় কৰাৰ লগে লগে ৰিকিৰ জনপ্ৰিয়তা দুগুণে বৃদ্ধি পায়। ধূপৰ সুগন্ধৰ দৰে তেওঁৰ নাম দেশে-বিদেশে বিয়পি পৰে। তাৰ পাছত তেওঁ ব্ৰডৱে প্ৰডাকচনৰ 'লেচ মিজাৰেবলছ' নামৰ ধাৰাবাহিকৰ 'মিওৱেল' নামৰ চৰিত্ৰত মৰ্মস্পৰ্শী অভিনয় কৰি দৰ্শকৰ প্ৰশংসাৰ পাত্ৰ হৈ পৰে।

১৯৯৫ চনত ৰিকিৰ তৃতীয়টো এলবাম 'এ মিহিও ভিভি' মুক্তি পায়। এলবামটোত সন্নিবিষ্ট মাৰিয়া মাৰিয়া শীৰ্ষক গীতটোৱে আন্তঃ ৰাষ্ট্ৰীয় স্তৰত জনপ্ৰিয়তাৰ আকাশ চুমে। গীতটোৱে ২৬ খন দেশত প্ৰথম স্থান অধিকাৰ কৰে। এলবামটোৰ প্ৰায় ৬,০০০০০ তকৈ অধিক কেছেট মাত্ৰ ছমাহৰ ভিতৰতে বিক্ৰী হৈ অভিলেখ সৃষ্টি কৰে।

১৯৯৮ চনত ৰিকিৰ চতুৰ্থটো এলবাম 'ভুৱেলভ' (Vuelve) এ মুক্তি পায়। আজিলৈকে 'ভুৱেলভ'ৰ প্ৰায় ছয় মিলিয়নৰো অধিক কেছেট বিক্ৰী হৈছে।

এলবামটোত সন্নিবিষ্ট 'লিভিং লা, ভিদা লোকা' শীৰ্ষক গীতটো আন্তঃ ৰাষ্ট্ৰীয় হিট গীত হিচাপে পৰিচিত হৈছে। এলবামটো বিলবোৰ্ডৰ ৰেংকিঙত একেৰাহে পাঁচ মাহ মান প্ৰথম স্থানত থাকে।

১৯৯৯ চনত ৰিকিৰ প্ৰথমটো ইংৰাজী এলবাম 'ৰিকি মাৰ্টিন' মুক্তি পায়। এলবামটোৰ যোগেদি তেওঁ মাইকেল জেকচন, মাৰিয়া আৰু মেড'নাৰ সংস্পৰ্শলৈ আহে। মেড'নাৰ লগত তেওঁ এটি গীতো পৰিৱেশন কৰে।

১৯৯৯ চনত 'কেষ্ট লেটিন পপ পাৰফ'মেনচ' শিতানত ৪১ তম গ্ৰেমী পুৰস্কাৰ লাভ কৰাৰ উপৰিও তেওঁ 'বেষ্ট ডান্স ভিডিঅ' আৰু বেষ্ট পপ ভিডিঅ' শিতানত দুটাকৈ MTV ৰ পুৰস্কাৰো লাভ কৰে। ৰিকিৰ 'চাউণ্ড লোডেড' নামৰ নতুন এলবামটোও মুক্তি পাইছে। এলবামটিত জনপ্ৰিয় লেটিন গায়িকা ক্ৰিষ্টিনা এগুইলেৰাৰ সৈতে ৰিকিৰ এটি দ্বৈত গীতো আছে। দেশ-বিদেশত সংগীতানুষ্ঠান পৰিৱেশন কৰি সংগীত প্ৰেমীৰ আকৰ্ষণৰ কেন্দ্ৰবিন্দু হৈ পৰা ৰিকিয়ে ইতিমধ্যে ভাৰতৰ দিল্লী, মুম্বাইত সংগীত পৰিৱেশন কৰি ভাৰতবৰ্ষৰ জনগণৰো নয়নৰ মণি হৈ পৰিছে।

## ৰিকিৰ প্ৰেম

জীৱন অপূৰ্ণ যদি প্ৰেম নহয়। পপ সংগীত জগতত খলকনি লগোৱা ৰিকিক নিজৰ কৰি পাবলৈ কোন গাভৰুৰ বাৰু মন নেযাব? ৰিকি এগৰাকী লাটভিয়ান অভিনেত্ৰী তথা মডেলৰ প্ৰেমত পৰিছে। নাম তেওঁৰ আইনিছ মিছান। প্ৰথম দৰ্শনতে প্ৰেম হোৱা আইনিছৰ সতে ৰিকিয়ে ফটোগ্ৰাফাৰৰ আগত যুগ্মভাবে প'জ দিয়ে। সাতত্ৰিশ বছৰীয়া আইনিছ মিছানৰ অৱশ্যে ত্ৰিশ বছৰীয়া ৰিকিয়েই প্ৰথম প্ৰেমিক নহয়। তেওঁৰ পূৰ্বৰ প্ৰেমিক জন লাট্ৰেনজিৱৰ সৈতে বিচ্ছেদ ঘটিছে। আইনিছৰ পূৰ্বৰ প্ৰেমিকে তেওঁক প্ৰদান কৰা বহু লাখ ডলাৰ মূল্যৰ অলংকাৰসমূহ বিচাৰি আদালতৰ কাষ চাপিছে। হাজাৰ হাজাৰ গাভৰুৰ নিদ্ৰাহৰণকাৰী হেণ্ডচাম ৰিকি মাৰ্টিন এগৰাকী অভিনেত্ৰী তথা মডেলৰ প্ৰেমিক হোৱাটো ৰিকি প্ৰেমী যুৱতীসকলৰ বাবে ঈৰ্ষাৰ বিষয় হৈ পৰাতো ধুৰূপ। তেওঁৰ পপ এলবাম 'লিভিং লা ভিদা' প্ৰথম সপ্তাহত ৬,৭০,০০০টা বিক্ৰী হৈছে। ঘাইকৈ এইবাবেই ৰিকিয়ে 'টাইম' আলোচনীৰ বেটুপাতত স্থান পাইছে। ❋❋

# কিং অৱ পপ্ মাইকেল জেকছন

পপ সংগীতত মাইকেল জেকছনৰ এখন সুকীয়া আসন আছে। তেওঁক 'কিং অৱ পপ' খিতাপেৰে আখ্যা দিয়া হয়। তেওঁ বিশ্বৰ লাখ লাখ সংগীত প্ৰেমীৰ অন্তৰ জয় কৰি আছে বিগত কেইবাটাও দশকজুৰি। জীৱিত কালতে কিংবদন্তীত পৰিণত হোৱা পপ সংগীতৰ সম্ৰাটজনৰ এটা এলবামৰ আশাত তেওঁৰ বন্ধুবোৰে উৎকণ্ঠাৰে পাৰ কৰে মাহৰ পাছত মাহ, বছৰৰ পাছত বছৰ। নতুন এলবাম এটা বজাৰত ৰিলিজ পালেই বিশ্বৰ চৌদিশে এক উত্তেজনা আৰম্ভ হয়। সংগীত জগতৰ সকলো অভিলেখ ভংগ কৰাৰ পথত আগবাঢ়ে তেওঁৰ প্ৰতিটো এলবামে। বহু বছৰৰ আগেয়েই মুক্তি পোৱা 'থ্ৰিলাৰে' আজিও গাঁৱৰ পৰা চহৰলৈকে সংগীতপ্ৰেমী নতুন প্ৰজন্মক শিহৰিত কৰি আছে। 'ডেঞ্জাৰাছ', 'বেড' আদি এলবামে আজিও জনপ্ৰিয়তা হেৰুওৱা নাই।

গীত হ'ল এক বিনোদনৰ আহিলা। সম্প্ৰতি ই অকল শুনাৰ বস্তুৰে হৈ থকা নাই, আজি গীত হৈ পৰিছে এক কানেৰে শুনা আৰু চকুৰে দেখা বস্তু। গীতৰ লগে লগে তাৰ পিকচাৰাইজেশ্যনটো চকুৰ আগত দেখি থাকিলেহে যেন গীতৰ মাধুৰ্য্যতা বাঢ়ে। গীতৰ তালে তালে উদ্দাম নৃত্যৰ ছন্দেৰে দৰ্শকক মনোৰঞ্জনৰ খোৰাক দিয়া মাইকেল জেকচনৰ ১৯৮২ চনতে মুক্তি পোৱা 'থ্ৰিলাৰ' এলবামটো আজি পৰ্যন্ত সমগ্ৰ বিশ্বত বিক্ৰী হৈছে ৮৪ নিযুত কপি, "বেড" বিক্ৰী হৈছে ২৯ নিযুত কপি আৰু 'ডেঞ্জাৰাছ' বিক্ৰী হৈছে ২০ নিযুত কপি।

গ্লেমাৰ ৱৰ্ল্ডত বৰ্তমান চলিছে প্ৰতিযোগিতাৰ খেল। গ্লেমাৰ ৱৰ্ল্ডত কোনে কি কৰিছিল সেইটো বিচাৰ্য বিষয় নহয়, কোনে কি কৰি আছে সেইটোহে বিচাৰ্য বিষয়। আমেৰিকান নিগ্ৰোয়ড ড্যান্সিং লিজেণ্ডজনে ছবছৰ বিৰতিৰ মূৰত তেওঁৰ নৱতম এলবাম 'ইন্‌ভিঞ্চিব'ল' বজাৰত মুকলি কৰি দিছিল। সমগ্ৰ বিশ্বজুৰি মাথো প্ৰথম সপ্তাহতে মিউজিক চাৰ্টৰ শীৰ্ষত উপনীত হ'বলৈ সক্ষম হোৱা ইন্‌ভিঞ্চিব'ল'ৰ প্ৰযোজক হ'ল ছনি মিউজিক। প্ৰথমতে আমেৰিকা আৰু ব্ৰিটেইনকে ধৰি বিশ্বৰ ১৩ খন দেশত এই এলবামটি টপত আছিল। মাৰ্কিন যুক্তৰাষ্ট্ৰত প্ৰথম সপ্তাহতে

এলবামটোৰ ৩,৬৬,২৭২ টা কপি বিক্ৰী হয়। ১,১০,০০০ টা কপি বিক্ৰী হয় ব্ৰিটেইনত । অৱশ্যে মিউজিক এনালাইচিষ্ট সকলে মত পোষণ কৰিছে যে জেকছনৰ নৱতম এলবামটোৱে পূৰ্বৰ মৰ্যদা ৰাখিব পৰা নাই। শেহতীয়াকৈ ব্ৰিটেইনৰ পপ সাম্ৰাজ্ঞী ব্ৰিটনী স্পীয়েৰ্চৰ লগত তুমুল প্ৰতিযোগিতাৰ সন্মুখীন হৈ ইন্‌ভিঞ্চিৱ'ল-এ নিজৰ অক্ষুন্ন ৰাখিব নোৱাৰিলে।

সুলভ চেহেৰাৰ ব্ৰিটনীয়ে "বেবী ৱান ম'ৰ টাইম" আৰু "আই ডিড ইট এগেইন" নামৰ এলবাম দুটাৰ দ্বাৰা ইতিমধ্যে লাখ লাখ টিন এজাৰ সংগীত প্ৰেমীৰ হৃদয়ত সোমাই পৰিছে। সেইদৰে ইয়ং জেনেৰেশ্যনৰ মাজত জনপ্ৰিয় হৈ পৰিছে জেকছনৰ ভগ্নী জেনেট জেকছন। জেনেটৰ নৱতম এলবাম 'অল ফৰ ইউ' -এ প্ৰথম সপ্তাহতে ইন্‌ভিঞ্চিব'ল'ৰ ৰেকৰ্ড ভংগ কৰে। জেনেট শেহতীয়াকৈ "ভাজিন" নামৰ এটি এলবামত ৮০ নিযুত ডলাৰৰ বিনিময়ত চুক্তিবদ্ধ হৈছে।

## মাইকেলে চিনেমা কৰিছে—

'শতাব্দীৰ শিল্পী' সন্মানেৰে সন্মানীত মাইকেল জেকছনে সংগীতৰ সাম্ৰাজ্যত দীৰ্ঘদিন ৰাজত্ব চলোৱাৰ পাছত এইবাৰ তেওঁ চলচ্চিত্ৰত নামি পৰিছে। ব্ৰিটনী স্পীয়েৰ্চৰ নৱতম এলবামে মাইকেলৰ ইনভিঞ্চিব'ল'ৰ জনপ্ৰিয়তা চেৰাই যোৱাৰ পাছতে সংগীত শিল্পীজনাৰ এই সিদ্ধান্ত। জেকছনৰ চিনেমাখনৰ নাম হ'ল 'হোম অব দ্য এঞ্জেলছ'। ছবিখনৰ সহ প্ৰযোজনা কৰিছে বন্ধু ব্ৰায়ান মাইকেল ষ্টুলাৰে। জেকছনে দিয়া এক সাক্ষাৎকাৰৰ মতে চিনেমাখন নিৰ্মাণ কৰা হৈছে মাউৰা শিশুক কেন্দ্ৰ কৰি। জেকছনে শিশুক বৰ ভাল পায়। চিনেমাখনত জেকছনৰ বন্ধু লিজা মনেলীয়েও অভিনয় কৰিছে।

## 'এক সত্যম'ত জেকচন

উল্লেখ্য যে মাইকেল জেকছনে এ. আৰ. ৰহমানৰ 'এক সত্যম' নামৰ এলবামটোত গীত গাইছে। এলবামটি হ'ল মূলতঃ ইংৰাজী আৰু সংস্কৃত ভাষাৰ। ১৯৯৯ চনতে জাৰ্মানীৰ মিউনিখত অনুষ্ঠিত 'মাইকেল জেকছন এণ্ড ফ্ৰেণ্ডছ' কনচাৰ্টৰ এক অনুষ্ঠানৰ বাবে এই গীতসমূহ ৰচনা কৰিছিল। গীতবিলাক জেকছনৰ অনুৰাগীৰ মাজত বেচ জনপ্ৰিয় হৈ পৰে। তাৰ পিছত জেকছনে এ.আৰ. ৰহমানলৈ

এই গীতবিলাক তেওঁৰ সৈতে দ্বৈত কণ্ঠত এটা এলবাম বাণীবদ্ধ কৰিবলৈ প্ৰস্তাৱ আগবঢ়ায়। 'এক সত্যম' এনেদৰেই প্ৰস্তুত হয়। এলবামটি ইংৰাজী গীতাংশৰ গীতিকাৰ হ'ল কণিকা মাযেৰ ভৰত আৰু সংস্কৃত গীতাংশৰ গীতিকাৰ হ'ল এ আৰ পাৰ্থসাৰথি।

## জেকচনৰ প্লাষ্টিক ছাজাৰী

মাইকেল জেকছনে তেওঁৰ মুখাকৃতিৰ সৌন্দৰ্য ধৰি ৰাখিবলৈ কেইবাবাৰো প্লাষ্টিক ছাৰ্জাৰী কৰিছে। কঢ়া মেক-আপ নকৰাকৈ জেকছন কেতিয়াও বাহিৰলৈ নাযায়। লণ্ডণৰ "ডেইলী মিৰৰ'ত এসময়ত প্ৰকাশ পাইছে যে জেকছনে বাহিৰলৈ ওলালেই এখন মুখা পিন্ধি লয়। মুখাখনৰ নাকৰ ঠাইতে ফুটা কৰা আছে। কাকতখনৰ মতে জেকছনৰ থুঁতৰিৰ এটা ফাল আনটোফালতকৈ ডাঙৰ আৰু ওখ, যাৰ বাবে জেকছনক দেখাত কুৎসিৎ লাগে। তেওঁ লেডিজ হৰ'মোন ব্যৱহাৰ কৰে। জেকছনৰ মতে তেওঁৰ ছালৰ এটা বংশগত ৰোগ আছে। এই ৰোগৰ কাৰণে তেওঁৰ ছালখন বৰ নৰমও স্পৰ্শকাতৰ। যাৰ বাবে মেক্-আপ নকৰাকৈ বাহিৰ ওলাব নোৱাৰি।

## মাইকেল জেকচনৰ বিবাহ বিচ্ছেদ

১৯৯৪ চনত জেকছনে প্ৰেমত পৰি বিবাহ কৰাইছিল এলভিছ প্ৰেছলীৰ কন্যা মেৰী প্ৰেছলীক। এই বিবাহ বান্ধোন দীৰ্ঘদিনীয়া নহ'ল। মাত্ৰ দুবছৰতে অৰ্থাৎ ১৯৯৬ চনত এই বৈবাহিক বান্ধোন ছেদ হয়।

সেই বছৰতে মাইকেল জেকছন পুনৰ বিবাহ পাশত আৱদ্ধ হয নাৰ্ছ ডেবোৰা ৰোই জেকছনৰ সৈতে। বিবাহৰ সময়ত আকৌ ডেবোৰা অন্তঃসত্বা আছিল। পপ সংগীতৰ প্ৰসিদ্ধ তাৰকাজনৰ এই দ্বিতীয় প্ৰেম বিবাহো স্থায়ী নহ'ল। তিনিবছৰ বৈবাহিক জীৱন সুকলমে কটোৱাৰ পিছত এই বিবাহো বিচ্ছেদ ঘটে। মাইকেলৰ দ্বিতীয় বিবাহৰ চিনস্বৰূপে তেওঁলোকৰ সংসাৰলৈ জোছেফ জেকচন আৰু পেৰিছ মাইকেল জেকছন নামৰ দুটি সোণ চেকুৰা সন্তানো আহিছিল। উল্লেখ্য যে বিবাহ বিচ্ছেদ হোৱাৰ কিছু দিনৰ আগৰে পৰাই দুয়ো বেলেগ আছিল। বিবাহ বিচ্ছেদৰ জ্বালা যাতনাত মাইকেল আজি জৰ্জৰিত। দাম্পত্য জীৱনত তেওঁ মুঠেও সুখী নহয়।

# ক্ল'জ আপত মাইকেল জেকছন

| | | |
|---|---|---|
| সম্পূৰ্ণ নাম | — | মাইকেল জোচেফ জেকছন। |
| জন্ম | — | ২৯ আগষ্ট, ১৯৫৮ |
| জন্ম ঠাই | — | গেৰি ইণ্ডিয়ানা |
| ওজন | — | ১২০ পাউণ্ড |
| উচ্চতা | — | ৫ ফুট ৯ ইঞ্চি। |
| প্ৰিয় ৰং | — | বগা। |
| প্ৰিয় অভিনেতা | — | হেৰিচন ফোৰ্ড। |
| প্ৰিয় অভিনেত্ৰী | — | এলিজাবেথ টেইলাৰ, ব্ৰুক শ্বিল্ডছ। |
| প্ৰথম গীত | — | আই ওৱাণ্ট ইউ বেক। |
| প্ৰথম একক গীত | — | গট টু বী দেয়াৰ। |
| প্ৰথম একক এলবাম | — | অফ্ দ্য ওৱাল। |
| সৰ্বাধিক জনপ্ৰিয় এলবাম | — | থ্ৰিলাৰ। |
| অভিনীত ছবি | — | দ্য হুইজ, দ্য মেকিং অৱ থ্ৰিলাৰ, মুনওয়াকিং, মিড নাইট। |
| অভিনীত মিউজিক ভিজিঅ' | — | ডণ্ট ষ্টপ, ওয়ানা বী বিট ইট, থ্ৰিলাৰ, ডাৰ্টি ডায়না, বিলি জিন, ব্লেক অৱ হোৱাইট, ৰিমেম্বাৰ দ্য টাইম, ইন দ্য ফ্লছেট। |
| পোহনীয় জন্তু | — | ঘোঁৰা, উট, জিৰাফ, মহ, হাতী, জেব্ৰা আৰু ছিম্পাজী। |
| মাইকেল জেকছনৰ ঠিকনা | — | নেডাৰলেণ্ড ভেলী<br>ছান্তা ইয়েনছ ভেলী<br>ছান্তা বাৰবাৰা, কেল' ফৰ্ণিয়া। |

****

বলিউডৰ প্ৰেম ৰোমাঞ্চ

# প্ৰেম পৰ্বত দেৱানন্দ

পঞ্চাশৰ দশকত এটি প্ৰেম অধ্যায়ৰ বাট মুকলি কৰে প্ৰথমে দেৱানন্দ আৰু সুৰাইয়াই। 'জিৎ' ছবিৰ ছেটত মই প্ৰথমবাৰৰ বাবে সুৰাইয়াক লগ পাইছিলো। সেই ছবিতেই আমি দুয়ো এটি যুটী হিচাপে প্ৰথম অভিনয় কৰিছিলো। সুৰাইয়া তেতিয়া আছিল সুপ্ৰতিষ্ঠিতা আৰু মই নৱাগতা। সেই ছবিতেই দুয়ো দুয়োৰে প্ৰেমত পৰিছিলো।' — নিজৰ প্ৰথম প্ৰেমৰ বিষয়ে অকপটে এনেদৰে ব্যক্ত কৰিছে চিৰ সেউজ অভিনেতা দেৱানন্দে। স্মৰ্তব্য যে হিন্দু-মুছলমান হোৱাৰ বাবেই দেৱ- সুৰাইয়াৰ বিয়া নহ'ল। বিয়া হ'বলৈ নিদিলে সুৰাইয়াৰ ৰক্ষণশীল মাকে। মাকৰ প্ৰচণ্ড হেঁচাৰ সন্মুখত তিষ্ঠিব নোৱাৰি সুৰাইয়াই দেৱানন্দক অস্বীকাৰ কৰিবলৈ বাধ্য হৈছিল। দেৱৰ ভাষাত — 'মোৰ হিয়া ভাগি গৈছিল। সেই নিশা মই ঘৰলৈ উভতি আহি চেতন ভাইয়াৰ কান্ধত মূৰ থৈ হিয়া ঢাকুৰি কান্দিছিলো।'

দেৱ-সুৰাইয়াৰ প্ৰেম আছিল প্ৰকৃত প্ৰেম। দুয়োৰে প্ৰেম আছিল সাগৰৰ দৰে গভীৰ। হৃদয়ৰ টান আছে কাৰণেই জীৱনৰ বিয়লি বেলাটো সুৰাইয়াই পাহৰিব পৰা নাই দেৱানন্দক। দেৱানন্দ এতিয়া চাৰি কুৰি বছৰীয়া। দেৱানন্দৰ প্ৰতিটো বছৰৰ জন্মদিনতে সুৰাইয়াই দেৱানন্দক ৰঙা গোলাপ উপহাৰ দিয়ে। প্ৰতিটো জন্মদিনতে সুৰাইয়াই হিচাপ কৰি ৰঙা গোলাপ দি আহিছে দেৱ আনন্দক। সুৰাইয়াৰ জন্মদিনত দেৱা আনন্দে এতিয়াও উপহাৰ দিয়ে সূৰ্যমুখী ফুলৰ থোপা। সুৰাইয়াই বিয়াই নকৰালে। নকৰালে দেৱক পাহৰিব নোৱাৰাৰ বাবেই। ইজনে সিজনক এতিয়াও পাহৰিব পৰা নাই। দুয়োৰে কায়িক মিলন নহ'লেও আত্মীক মিলন হৈ গৈছে। দুয়ো আজিও টেলিফোনত কথা পাতে মনৰ কথা। হৃদয়ৰ কথা। দুয়োৰে মাজত এটাই সম্পৰ্ক — সেইটো হ'ল হৃদয়ৰ সম্পৰ্ক। য'ত শৰীৰৰ ভাষা নাই। দৈহিক প্ৰেমৰ গোন্ধ নাই। প্ৰকৃত অৰ্থত দেৱ-সুৰাইয়াৰ প্ৰেমেই

হ'ল সঁচা প্ৰেম। সামাজিক দৃষ্টিত এই প্ৰেম ব্যৰ্থ হ'লেও হৃদয়াৰ্থত এই প্ৰেম অপৰাজেয়।

দেৱানন্দ দ্বিতীয়বাৰৰ বাবে প্ৰেমত পৰিছিল কল্পনা কাৰ্তিকৰ স'তে। যাক মোনা নামেৰে জনা যায়। কল্পনা ওৰফে মোনা হ'ল ধৰ্মত খ্ৰীষ্টিয়ান। দেৱানন্দে নিজে প্ৰযোজনা কৰা 'বাজী' ছবিৰ বাবে মোনাক আৱিষ্কাৰ কৰিছিল চেতন আনন্দে। সুৰাইয়াৰ পৰা আঁতৰি আহিবলগীয়া হোৱাৰ যন্ত্ৰণা উপশমত সহায় কৰিছিল কল্পনা কাৰ্তিকে। 'টেক্সিড্ৰাইভাৰ' ছবিৰ শ্বুটিঙৰ সময়তেই ছবিৰ কলা-নিৰ্দেশনাৰ কোঠাত মনে মনে দুয়ো বিবাহ পাশত আবদ্ধ হৈছিল। তাৰ পিছত অভিনয় বাদ দি কল্পনা গৃহিনী হ'ল।

কল্পনা কাৰ্তিকক বিয়া কৰাই দেৱানন্দ সুখী নহ'ল। দুয়োৰে বিবাহ বিচ্ছেদ হোৱা নাই যদিও দুয়ো বেলেগে বেলেগে থাকে। দেৱানন্দক কোৱা হয় আনন্দৰ দেৱতা বুলি। অথচ নিজৰ জীৱনত তেওঁ কিমান আনন্দ পালে কোৱা টান। এয়াই প্ৰেম, এয়াই জীৱন।

# ৰাজ কাপুৰ-নাৰ্গিছৰ প্ৰেম

বলিউডৰ চলচ্চিত্ৰ জগতৰ 'গ্ৰেট শ্ব মেন' ৰাজকাপুৰ আৰু নাৰ্গিছৰ প্ৰেম আৰম্ভ হয় পঞ্চাশ দশকৰ 'আগ' ছবিৰ জৰিয়তে। ই এক বহু কথিত প্ৰেম কাহিনী। এই সম্পৰ্ক ইমানেই গভীৰ আছিল যে আৰ কে ফিল্মচৰ 'লোগো'ৰ মহিলাগৰাকী প্ৰকৃততে নাৰ্গিছেই,— এনেধৰণৰ গুজব প্ৰচাৰিত হৈছিল আৰু এনে প্ৰচাৰৰ বাবেই 'আগ', 'আন্দাজ', 'শ্ৰী ৪২০, 'আৱাৰা', 'বৰসাত', 'মেলা', 'দিদাৰ' আদি ছবিয়ে ব্যৱসায়িক সফলতা লাভ কৰিছিল। ৰাজ-নাৰ্গিছে শ্ৰী ৪২০ ছবিত লিপ দিয়া 'প্যাৰ হুৱা, ই কৰাৰ হুৱা হেই ....ডৰতী হেই দিল.... আজিও সকলোৰে মুখে মুখে।

১৯৪৩ চনত 'তকদী'ৰ ছবিৰে নাৰ্গিছ ৰূপালী পৰ্দালৈ আহে। ইয়াৰ পিছত ভাৰতীয় ছবি জগতৰ মহাকাব্য ৰূপে পৰিগণিত মেহবুব খানৰ 'মাদাৰ ইণ্ডিয়া' (১৯৫৭) ত অভিনয় কৰি নাৰ্গিছ হিট হয়। নাৰ্গিছে ভাৰতীয় ছবিৰ দুই মহাৰথী ৰাজ কাপুৰ আৰু দিলীপ কুমাৰৰ লগত যুটী বান্ধি অভিনয় কৰে।

নাৰ্গিছ-ৰাজ কাপুৰৰ প্ৰেমে সেই সময়ত বলিউড গৰম কৰিছিল যদিও নাৰ্গিছ ৰাজ কাপুৰৰ প্ৰেমে পৰিপূৰ্ণতা নাপালে। নতুন নায়িকা পদ্মিনীৰ আগমনৰ পাছত নাৰ্গিছ এদিন আঁতৰি যায়। সেই যে গ'ল তাৰ পাছত আৰু কোনোদিনেই নাৰ্গিছ আৰ কে ষ্টুডিঅ'লৈ ঘূৰি নাহিল। পৰৱৰ্তী কালত ৰাজ কাপুৰে স্বীকাৰ কৰিছিল যে তেওঁ স্বাৰ্থপৰ, আত্মকেন্দ্ৰিক। তেওঁৱেই প্ৰতাৰণা কৰিছিল নাৰ্গিছক। 'মাদাৰ ইণ্ডিয়া' ছবিৰ শ্বুটিঙৰ সময়তে নাৰ্গিছ-সুনীল দত্তৰ প্ৰেমত পৰে। দুয়োৰে প্ৰেমে এদিন বিবাহৰ মুখ দেখিল। দুয়ো বলিউডৰ ছবি জগতৰ আদৰ্শ আৰু সুখী দম্পতী।

## ৰাজ কাপুৰৰ প্ৰথম প্ৰেম

ৰাজকাপুৰৰ নাৰী প্ৰীতি আছিল অপৰিসীম। "ৱমেন ইন হোৱাইট" অৰ্থাৎ বগা সাজৰ নাৰীৰ প্ৰতি তেওঁৰ আছিল অবাধ দুৰ্বলতা। নাৰ্গিছৰ উপৰিও তেওঁ বৈজয়ন্তীমালা, পদ্মিনী, জিনত আমন, চিমি আদিৰ প্ৰেমত মজি ৰৈছিল। বিয়া কৰাইছিল আকৌ কৃষ্ণা কাপুৰক।

শুভ্ৰ বসনা পৰিহিতা নাৰীৰ প্ৰতি যে ৰাজকাপুৰৰ অধিক দুৰ্বলতা আছিল তাৰ আঁৰত এক কাহিনী জড়িত হৈ আছে। ৰাজকাপুৰৰ যৌৱনৰ প্ৰথম নাৰী তথা প্ৰথম ভালপোৱা আছিল শ্বেতবসনা এগৰাকী নাৰী।

ৰাজকাপুৰৰ প্ৰকৃত নাম হ'ল ৰনবীৰ ৰাজ। দিলীপ কুমাৰ হ'ল ৰাজৰ বন্ধু। দিলীপ কুমাৰে যেতিয়া কলেজত পঢ়ে ৰাজ তেতিয়া মেট্ৰিক ফেল। দিলীপ কুমাৰৰ লগত ৰাজ প্ৰায়ে কলেজলৈ যায়। কলেজত ক্লাছো কৰে। এটাই উদ্দেশ্য, কলেজলৈ অহা-যোৱা কৰা মাজেৰে কলেজীয়া ছোৱালীৰ সংগ লাভ কৰা। এইদৰে দিলীপ কুমাৰৰ লগত কলেজলৈ অহা-যোৱা কৰোতে ৰাজ কাপুৰ এগৰাকী গৌৰবৰ্ণা ব্ৰাহ্মণ তনয়াৰ সংস্পৰ্শলৈ আহে। প্ৰথমে বন্ধু তাৰ পাছত ক্ৰমশঃ প্ৰেম। ৰাজ কাপুৰে নিজৰ গাড়ীখনেৰে ছোৱালী গৰাকীক প্ৰায়ে 'লিফ্‌ট' দিয়ে। এইদৰে 'লিফ্‌ট' দিয়াৰ মাজতে ৰাজে ছোৱালীজনীক স্পৰ্শ কৰি চায়— ৰাজেও প্ৰথম যৌৱনত প্ৰথম নাৰীৰ প্ৰথম স্পৰ্শ পায়। কিন্তু হঠাৎ সেই ছোৱালীজনী এদিন আনৰ লগত বিয়া হৈ যায়। ৰাজৰ প্ৰথম প্ৰেম মৰহি পৰে। সেই ছোৱালীজনীৰ

নাম আছিল শকুন্তলা পটবৰ্দ্ধন। লতাৰ প্ৰতিও ৰাজকাপুৰৰ ভীষণ দুৰ্বলতা আছিল। ৰাজ কাপুৰৰ ভাষাত — 'বাঙ্গানল'—অৰ্থাৎ বঙ্গৰ নাৰীৰ লজ্জাস্থান, 'মাৰাঠন' — মানে মাৰাঠী ছোৱালীৰ পাশ্চদেশ, 'মাদ্ৰাজন' — মানে মদ্ৰদেশীয় নাৰীৰ বক্ষদেশ সৰ্বোৎকৃষ্ট।

# 'ট্ৰেজেডি কিং' দিলীপ কুমাৰ আৰু বৈজয়ন্তী মালাৰ প্ৰেম

'ট্ৰেজেডি কিং' খ্যাত দিলীপ কুমাৰ আৰু বৈজয়ন্তী মালাৰ প্ৰেমে বলিউডৰ ছবি জগতত ইতিহাস ৰচনা কৰি থৈ গৈছে। প্ৰেমৰ ব্যৰ্থতাই দিলীপ কুমাৰৰ হৃদয় থকা-সৰকা কৰি তুলিছিল। দিলীপ কুমাৰে বিয়া কৰাইছিল কম বয়সীয়া সুন্দৰী চাইৰা বানুক। চাইৰা বানুৰ মাক নাচীম বানুও এগৰাকী সুন্দৰী নাৰী আছিল।

চাইৰা বানুৰ সৈতে সংসাৰ কৰাৰ পূৰ্বে প্ৰথমে দিলীপ কুমাৰ ৱাহিদা আৰু বৈজয়ন্তী মালাৰ সান্নিধ্যলৈ আহিছিল। দিলীপ কুমাৰক বলিউডৰ 'ব্যৰ্থ প্ৰেমিক' আখ্যা দিয়া হয়। ৱাহিদা আৰু বৈজয়ন্তী মালাৰ ওচৰত প্ৰেম নিবেদন কৰিলেও তেওঁ দুয়ো নায়িকাৰ পৰা প্ৰেমত ব্যৰ্থ হৈছিল।

দিলীপ কুমাৰ-চায়েৰা বানু আদৰ্শ দম্পতী হিচাপে বলিউডত পৰিচিত। কিন্তু সেই আদৰ্শ সংসাৰতো ঘুণে ধৰিছিল। দিলীপ-চায়েৰা সম্পৰ্কত ফাঁট মেলাৰ মূলতে আছিল মধুবালা। দিলীপ-মধুবালাৰ প্ৰেমৰ সম্পৰ্ক আছিল গভীৰ।

কোনো কালেই তেওঁ পাহৰিব পৰা নাছিল মধুবালাক। মধুৰ মৃত্যুৰ পাছত বহুদিন কান্দিছিল ট্ৰেজেডী কিংজনে।......হয়তো ইয়াকে কয় প্ৰকৃত প্ৰেম। প্ৰেমত আনন্দতকৈ হয়তু বেদনাহে স্থায়ী।

## দিলীপ কুমাৰৰ ভাষাত —

মই দেখা হিন্দী ছবিৰ অন্যতম সুন্দৰী নায়িকা নাৰ্গিচ। নাৰ্গিচক এৰি মই অভিনয়ৰ ক্ষেত্ৰত এটা খোজো দিব নোৱাৰো। নাৰ্গিচৰ সৌন্দৰ্যৰ কথা কওতেই

আৰু এগৰাকী নায়িকাৰ কথা মনলৈ আহে। তেওঁ হ'ল মধুবালা। মধুবালাৰ সৈতে মোৰ খুব আন্তৰিক সম্পৰ্ক আছিল। আমি একেলগে কেবাখনো ছবিত অভিনয় কৰিছো। এই ছবিবিলাকৰ ভিতৰত অৱশ্যেই অন্যতম 'মোগল-ঈ-আজম'। সেই ছবিত মই চেলিম আৰু মধুবালা আনাৰকলি হৈছিল। মধুৰ দেউতাক আতাউল্লা খান বৰ কাঢ়া মানুহ আছিল। সেই সময়ত মধুৰ সৈতে মোৰ এটা আবেগিক সম্বন্ধ গঢ়ি উঠিছিল। মই তেওঁক বিয়া কৰাম বুলি ভাবিছিলো। মধুও ৰাজি হৈছিল। মাত্ৰ মধুৰ দেউতাকে হা কৰিলেই হয়। এই বিয়াৰ প্ৰসংগত আমাৰ ঘৰতো আপত্তি আছিল। আমাৰ ভনী আখতাৰেই বেছি বাধা দিছিল। তাইক মই বুজাই মেলি মধুৰ দেউতাকৰ ওচৰলৈ পঠালো বিয়াৰ সম্পৰ্কে কথা পাতিবলৈ। আতাউল্লা খানৰ সৈতে আখতাৰে বিয়াৰ প্ৰসংগত কথা বতৰা পাতে। কিন্তু এটি সাধাৰণ কথাৰ বাবে আমাৰ বিয়াখন ভাগি যায়। শেষত স্বনামধন্য গায়ক কিশোৰ কুমাৰৰ লগত মধুৰ বিয়া হয়। কিন্তু দুখৰ বিষয় কম বয়সতে মধুবালাৰ মৃত্যু হয়। মধুৰ কপালত সুখ নাছিল। মধুৰ লগত মোৰ যি বন্ধুত্বপূৰ্ণ সম্পৰ্ক আছিল কামিনীকৌশলৰ লগতো তেনে সম্পৰ্ক আছিল। কামিনী সুন্দৰী অভিনেত্ৰী। কামিনীৰ সৈতে মোৰ উল্লেখযোগ্য ছবি হ'ল 'আৰজু'। আমাৰ পৰিয়ালটো আছিল গোড়া। ঘৰত আড্ডা, ফিল্মৰ পাৰ্টি, নায়িকাৰ অহা-যোৱা এইবোৰ দেউতাই পছন্দ কৰা নাছিল। দেউতাই কৈছিল— 'চিনেমাত অভিনয় কৰিছ কৰ, ঘৰত আড্ডা-তাড্ডা যেন নহয়।' ময়ো নায়িকাসকলক কৈ দিছিলো আমাৰ বাবা খঙাল মানুহ। আমাৰ ঘৰত এইবিলাক নচলে, দেউতাই পচন্দ নকৰে। চিনেমাত অভিনয়ৰ খাতিৰত আমি এনে কাম কৰিব লাগে যি বাস্তৱ জীৱনৰ লগত মিল নাই। এই কাৰণে আমাৰ বহুতেই পাৰিবাৰিক জীৱনত ভুল বুজাবুজি হৈ অশান্তি পায়। ঘৰৰ মূল লোকজনেই ভুল বুজে। পৰ্দাৰ নায়িকাৰ সৈতে ফুৰা-চকা, নাচ-গান কৰা দেখি দেউতা চিন্তিত হৈ পৰিল। মা, দাদা, ভণ্টি কাৰো কথা দেউতাই নুশুনে। দেউতাৰ বক্তব্য-ইউচুফক (দিলীপ কুমাৰৰ ঘৰুৱা নাম) বিয়া কৰাই দিয়াটো দৰকাৰ। বিয়া কৰাই নিদিলে কোনো নায়িকাৰ পাল্লাত পৰি ল'ৰা আৰু চেৰই যাব। মোগল-ঈ-আজমে ভাৰতীয় চলচিত্ৰৰ ইতিহাসত এক নতুন দিশ সূচনা কৰিলে। দেশৰ চাৰিওদিশে চিনেমাহলত লোকে লোকাৰণ্য হৈ পৰিছে। লতাই গোৱা মধুবালাই লিপ দিয়া 'প্যাৰ কিয়া তো ডৰ্‌না ক্যা' গানটো সকলোৰে মুখে মুখে। মধুৰ নাচ দেখি দৰ্শক পাগল।

সকলো ফালৰ পৰা মোগল-ঈ-আজম ছবিৰ জয় জয়কাৰ। মোগল-ঈ-আজম ছবিৰ সাফল্যৰ কাৰণে পৰিচালক কেআচিফে এটা পাৰ্টি দিলে। পাৰ্টিত আমাৰ ভনী আখতাৰক দেখি মই আচৰিত হ'লো। মই আৰু আমাৰ ঘৰৰ কোনোৱে জনা নাছিলো আচিফ আৰু আখতাৰৰ মাজত সম্পৰ্কৰ কথা। কিছুদিনৰ পিছত আমাৰ ঘৰত এনে এটা ঘটনা ঘটিল যাৰ বাবে সকলো ভাঙি পৰিল। কে আচিফ আছিল বিবাহিত। সেই বিবাহিত আচিফৰ লগত আখতাৰৰ হঠাতে বিয়া হৈ গ'ল। এই ঘটনাৰ পৰা বহু দিনলৈ মা-দেউতাৰ চকুত টোপনি নাহিল। দেউতাৰ শৰীৰ ভাগি পৰিল। মায়েও কথা-বাৰ্তা নপতা হ'ল। ময়ো মন দি কাম-কাজ কৰিব নোৱাৰা হ'লো। আখতাৰৰ হাঁহি ভৰা মুখখন বাৰে বাৰে মনত পৰে। আচিফৰ সৈতে আমাৰ সম্পৰ্ক শেষ হৈ গ'ল। তেওঁক আমি কোনোদিনে ক্ষমা কৰিব নোৱাৰিম।.....

নায়িকাসকলৰ ভিতৰত নিম্মিৰ সৈতে মোৰ সম্পৰ্ক খুব ভাল আছিল। তেওঁৰ সৈতে মই কেইবাখনো ছবি কৰিছো। ছবি বিলাকৰ ভিতৰত 'দীদাৰ', 'আন', 'অমৰ', 'উড়ান-খাটোলা' উল্লেখযোগ্য। মেহবুব খানৰ 'আন্দাজ' ছবিৰ দ্বাৰা মোৰ নিম্মিৰ সৈতে পৰিচয় হয়। নিম্মিৰ মা ওহিদান বাই অভিনেত্ৰী আছিল। ৰাজকাপুৰে 'বৰসাত' ছবিত নিম্মিক প্ৰথম সুযোগ দিয়ে। বৰসাত ছবিৰ দ্বাৰা নিম্মিয়ে বেচ নাম কৰে। নিম্মি আৰু মোৰ যুটীক লৈ ছবি হিট হ'ল। আমাৰ যুটীক লৈ বহুতো গুজব সৃষ্টি হ'ল। অভিনয়ৰ কালত মই নুৰজাহান, নাৰ্গিচ, মধুবালা, নিম্মি, ওৱাহিদা, বৈজয়ন্তীমালা আদি প্ৰতিভাময়ী অভিনেত্ৰীক পাইছো। এইখিনিতে 'অমৰ' ছবিৰ কথা মনত পৰিছে। ছবিখনত মোৰ আৰু নিম্মিৰ প্ৰবল আবেগপূৰ্ণ দৃশ্য আছিল কেইবাটাও। ছবিত দুগৰাকী নায়িকা— নিম্মি আৰু মধুবালা। মই ভালপাওঁ মধুবালাক, নিম্মিক নহয়। মধুয়েও মোক ভাল পায়। বিয়া হোৱালৈকে দুয়ো বাট চাই আছো। আমাৰ ভাল পোৱাৰ মাজত হেঙাৰ হৈ থিয় দিয়ে নিম্মিয়ে। মোৰ প্ৰতি তেওঁৰ নীৰৱ প্ৰেম। কিন্তু নিম্মিক মই ভাল নাপাওঁ। তেওঁক মই এৰাই চলিব বিচাৰো। তেওঁক দেখিলে মই বিৰক্তিবোধ কৰো। কিন্তু নিম্মিয়ে মনে-প্ৰাণেমোক ভাল পায়। মোৰ বাদে অন্য পুৰুষৰ কথা তেওঁ ভাবিব নোৱাৰে। এনে ধৰণৰ কাহিনী। চেলোৱাৰী কুৰ্তা পিন্ধিলে নিম্মিক বেছি শুৱায়। চৰিত্ৰ অনুযায়ী শাৰীও ভাল লাগে। মোৰ ছবিত মধুবালাৰ অভিনয় ভাল হৈছিল। অৱশ্যে তুলনামূলকভাৱে বিচাৰ কৰিলে নিম্মিয়ে 'বেটাৰ' কৰিছিল। এবাৰ ব'ম্বেৰ এখন কাগজে প্ৰকাশ কৰিলে যে নিম্মি আৰু মোৰ 'ঘনিষ্ঠতা' বাঢ়িছে। তেওঁক মই বিয়া

কৰাম। নিম্মি আৰু মোৰ নামত আজে-বাজে কিছু লিখা প্ৰকাশ হৈছিল। সেই সময়ত সাংবাদিকৰ সৈতে শিল্পীসকলৰ এটা বেয়া সম্পৰ্ক আছিল।

'ওৱাহিদাৰ লগত মোৰ বৰ ভাল সম্পৰ্ক আছিল। নায়ক-নায়িকা হিচাপে আমি কেইবাখনো ছবিত অভিনয় কৰিছো। ওৱাহিদা এগৰাকী জনপ্ৰিয় নায়িকা, চৌখিন অভিনেত্ৰী। ওৱাহিদা আৰু মোৰ প্ৰিয় ছবি হ'ল 'দিল দিয়া দৰ্দ লিয়া।' ওৱাহিদাৰ মনৰ কথা মই জানিছিলো— মোৰ এজন বন্ধুৰ দ্বাৰা। কিন্তু তেওঁক মই বান্ধৱী বুলিহে গণ্য কৰিছিলো।

এইবাৰ চায়েৰাৰ প্ৰসংগলৈ অহাতো দৰকাৰ। চায়েৰা বানুৰ মাক নাচিম বানুক মই বহুত দিনৰ পৰা চিনি পাওঁ। তেওঁৰ লগত মই অভিনয় কৰিছো। ৰাজেন্দ্ৰ কুমাৰক মই এই কাৰণেই বেয়া পাওঁ যে তেওঁ বিবাহিত হৈয়ো চায়েৰা বানুক ভুল পথে নিব বিচাৰিছিল। এয়া একান্তই ব্যক্তিগত কথা। কোৱা উচিত নহয়। আমাৰ ঘৰৰ কাষতে থাকে নাচিম বানু। এদিন নাচিম বানুৱে তেওঁলোকৰ দুখৰ কথা কৈছিল। কৈছিল, চায়েৰাৰ কথা। মই সকলো দুখ বুজিছিলো। মোৰ সন্মুখত এটা সমস্যাই দেখা দিছিল। চায়েৰা মোতকৈ বয়সত বহু সৰু। অন্ততঃকুৰি বছৰ সৰু। অৱশেষত সকলোৱে হাৰ মানিলে। বয়সে হাৰ মানিলে। বিয়াৰ আগতে মই এখন মাৰ্চিডিজ গাড়ী কিনিছিলো। মাজে মাজে নিজে ড্ৰাইভ কৰো। মুকলি আকাশৰ তলত, মুক্ত বতাহ সেৱন কৰো।

সাংবাদিকে মোক 'ট্ৰেজেডি কিং' বোলে। অৰ্থাৎ দুখৰ ৰজা। দুখে ভৰা অভিনয়ৰ ৰজা। মই ৰজা নে কি নাজানো। তথাপি এনে ধৰণেৰে দুখে ভৰা অভিনয় কৰি মোৰ ভাল লাগে। প্ৰকৃততে এইটো মোৰ এক পৰ্দাৰ ইমেজ। দৰ্শকৰ এই ধাৰণাৰ সৈতে মই একমত। মই দুখৰ অভিনয় কৰি বেছি স্বাচ্ছন্দ্যবোধ কৰো। কিন্তু কমেডি যে নকৰো তাৰ মানে নাই। 'আজাদ' আৰু 'কহিনুৰ' দুয়োখন কমেডি ছবিয়েই ভাল চলিছিল। 'ৰাম ঔৰ শ্যাম' ছবিৰ এটা চৰিত্ৰ আছিল খুব ছট্‌ফটীয়া চঞ্চল। ৰাম আৰু শ্যাম যমজ। এজন চালাক-চতুৰ, অন্যজন বুৰ্বক। দুয়োটা চৰিত্ৰই মোৰ দ্বাৰা আকৰ্ষণীয় হৈ উঠিছিল।

এটা সময়ত বৈজয়ন্তীমালাৰ সৈতে মোৰ সম্পৰ্কৰ কথা ৰটনা হৈছিল। এইবোৰ কথা ৰটি কাৰ উপকাৰ হয় মই ক'ব নোৱাৰো। নায়িকা সকলোৰে সৈতে মোৰ সম্পৰ্ক ভাল আছিল। বৈজয়ন্তীৰ সৈতে মই কেইবাখনো ছবি কৰিছো আৰু

প্ৰথম 'নয়া দৌড়' তাৰ পিছত মোৰ নিজৰ প্ৰডাকচনৰ ছবি 'গংগা যমুনা'। ছবিখনৰ পৰিচালক হ'ল বন্ধু 'তপন সিংহ'। বিমল ৰায়ৰ 'মধুমতী'ৰ পৰা বৈজয়ন্তীৰ প্ৰতি মোৰ শ্ৰদ্ধা বাঢ়ে। বিমলদাৰ 'দেৱদাস' ছবিটো তেওঁ ভাল অভিনয় কৰে। বৈজয়ন্তী ভাল ডেন্সাৰ। ব্যক্তিত্ব হ'ল তেওঁৰ প্লাছ পইণ্ট ....

# প্ৰেম পৰ্বত মধুবালা

বলিউডৰ চিনে জগতৰ এসময়ৰ ছুপাৰহিট নায়িকা মধুবালা ভাৰতীয় নাৰীৰ সৌন্দৰ্যৰ অনবদ্য নিদৰ্শন। ১৯৩৩ চনৰ ১৪ ফেব্ৰুৱাৰীত দিল্লীত জন্মগ্ৰহণ কৰা মধুবালাৰ প্ৰকৃত নাম আছিল 'মুমতাজজাহা বেগম দেহল্‌বি'। দেউতাক আছিল পাঠান আটাউল্লা খান। মধুবালাৰ উপৰিও সেই পৰিয়ালৰ দুজনী বায়েক আৰু তিনিজনী ভনীয়েক আছিল। প্ৰখ্যাত ছবি সমালোচক মোহন দ্বীপৰ দ্বাৰা ৰচিত গ্ৰন্থ 'মিষ্টি এণ্ড মিষ্টিক অব মধুবালা'ত মধুবালাৰ জীৱনৰ উত্থান-পতন, প্ৰেম-ৰোমাঞ্চ আৰু গুপুত অধ্যায় কিছুমানো প্ৰকাশ পাইছে। মোহন দ্বীপে উল্লেখ কৰিছে দেবীকাৰাণীয়ে মুমতাজ বেগম দেহল্‌বিক 'মধুবালা' নামটো দিয়ে। প্ৰখ্যাত পৰিচালক কেদাৰ শৰ্মাক প্ৰেমৰ জালত বন্দী কৰি মধুবালাই 'নীল কমল' ছবিত নায়িকাৰ সুযোগটো লয়। বক্স অফিচ গৰম কৰা আৰু বিগ বাজেটৰ ছবি 'মহল'ত সুন্দৰ অভিনয় কৰি মধুবালাই কামাল আমৰোহিক বিবাহৰ প্ৰতিশ্ৰুতি দিয়ে। কেদাৰ শৰ্মা তেতিয়া মধুবালাৰ বাবে অতীত হৈ পৰিছিল। সেই সময়তে 'নয়া দৌৰ'ত নায়কৰ ভূমিকাত অভিনয় কৰা সুদৰ্শন পুৰুষ দিলীপ কুমাৰৰ সান্নিধ্য পাই মধুবালাই অতীতৰ প্ৰতিশ্ৰুতি পাহৰি গ'ল। হেৰুৱা সুবাস নিবিচাৰি কামালে বেদনা আৰু মনৰ যন্ত্ৰণাত মদৰ বটলকে বন্ধু কৰি ল'লে। আনহাতে মধুৱে আশ্ৰয় ল'লে দিলীপৰ বুকুৰ মাজত। দিলীপ কুমাৰেও হৃদয়ত পুঞ্জিভূত সমস্ত প্ৰেম ঢালি দিছিল মধুবালাৰ হৃদয়ত। পৰস্পৰৰ প্ৰেমে সেই সময়ত ছবিজগত আৰু সংবাদ মাধ্যমৰ ৰমৰমা বজাৰ গৰম কৰি তুলিছিল। দুয়োৰে প্ৰেমৰ যুটীক লৈ নিৰ্মাণ কৰা হৈছিল 'মোগল-ঈ-আজম' নামৰ বিখ্যাত ছবিখন। মূলতঃ প্ৰেমেই যাৰ উপজীব্য।

প্যাৰ কিয়া তো ডৰ্না ক্যা
জৱ প্যাৰ কিয়া তো ডৰ্না ক্যা
প্যাৰ কিয়া কই চোৰী নেহী কী
চুপ চুপ আঁহে ডৰ্না ক্যা....।।

গীতটি আজিও সকলোৰে মুখে মুখে।

মধুবালা আছিল এনে এপাহ ফুল যিপাহ ফুলে অকল এটি ভোমোৰাতে সন্তুষ্ট নাথাকে। ফুলপাহে যেন সমষ্ট ভোমোৰা প্ৰজাতিটোকে আকৃষ্ট কৰিব বিচাৰে। এসময়ত দিলীপ-মধুবালাৰ প্ৰেমে শীৰ্ষস্থান পাইছিল যদিও অন্য চাৰিজনৰ দৰে মধুৱে দিলীপৰ উষ্ণ মিঠা সান্নিধ্যও বিসৰ্জন দিয়ে। মধুৰ ব্যক্তিত্বই আছিল নামজ্বলা পুৰুষৰ দুৰ্বলতাৰ স'তে হেতালি খেলা। পুৰুষৰ প্ৰতি থকা দুৰ্বলতা আৰু অবচেতন মনৰ যৌন আকৰ্ষণৰ বাবেই বলিউডৰ কেইবাজনো নামী অনামী যুৱক মধুবালাৰ এটি কটাক্ষ চাৱনিতে আহত হৈছিল।

দিলীপ-মধুবালাৰ প্ৰেমে ইতিহাস ৰচনা কৰিছিল আৰু দিলীপৰ প্ৰেম-অভিনয়ৰ দৰে অবাস্তৱ হৈয়ে ৰ'ল। আনকি দিলীপ কুমাৰে মধুবালাক পাবৰ কাৰণে আদালতৰ কাষো চাপিছিল। এই ক্ষেত্ৰত দিলীপ কুমাৰে কৈছিল— 'মধুক নাপাই, মই মাথো কিছুদিন নীৰৱে কান্দিলো। আজিও এনে ভাব হয় — মধু যেন সকলো সময়তে মোৰ কাষতে আছে।'

মধুবালাৰ দৰে তাৰকাবিলাকে সদায়েই প্ৰেমৰ অভিনয় কৰে। চিনে পৰ্দাত দেখিলে এনে লাগে যেন তেওঁলোক যুগল প্ৰণয়ী, কিন্তু বাস্তৱিকতে তেওঁলোকৰ মন, অন্তৰ কলীয়া ডাৱৰে ভৰা আৰু সংসাৰ কলহেৰে ভৰা। মোহন দ্বীপে উল্লেখ কৰা মতে — পাকিস্তানৰ প্ৰধানমন্ত্ৰী জুলফিকৰ আলী ভূট্টো, ভাৰত ভূষণ, প্ৰেমনাথৰ লগতো মধুবালাৰ হৃদয় দিয়া লোৱা চলিছিল।

## মধুবালা কিশোৰৰ প্ৰেম বিবাহ

মধুবালাৰ বিয়া হৈছিল কিশোৰ কুমাৰৰ লগত। বিশেষ মন কৰিবলগীয়া কথা যে কিশোৰ কুমাৰে মধুবালাৰ পাণি প্ৰাৰ্থী হ'বলৈ মুছলিম ধৰ্ম গ্ৰহণ কৰিছিল আৰু বিয়াৰ পাছত 'কৰিম আব্দুল' নাম লৈছিল। অৱশ্যে পৰস্পৰৰ প্ৰেম বিবাহ

বেছি দিন প্ৰেম ৰোমাঞ্চৰ মাজত আবদ্ধ হৈ নাথাকিল। দাম্পত্য জীৱনত 'মনোমালিন্য' বাঢ়িল। মধুবালাৰ জনপ্ৰিয়তাক কিশোৰে সহজভাৱে ল'ব নোৱাৰিলে। মধুৰ ওপৰত শাৰীৰিক অত্যাচাৰ চলিল কিশোৰৰ দ্বাৰা। অৱশ্যে 'ভাৰতৰ শ্ৰেষ্ঠ সুন্দৰী মধুবালা' বেছিদিন জীয়াই থাকিবলৈ নাপালে। প্ৰেম, ৰোমাঞ্চ, বিষাদ আদিৰে ভৰপূৰ মধুবালাৰ জীৱনটো মাত্ৰ ৪৫ বছৰতে ইতি পৰিল।

বলিউডৰ এজন দূৰন্ত প্ৰেমিক হ'ল কিশোৰ কুমাৰ। সুলক্ষণা পণ্ডিত যোগিতাবালি, ৰুমাদেৱী, মধুবালা, লীনা চন্দ্ৰাৱাৰকাৰ আদিৰ লগত কিশোৰে প্ৰেম, ৰোমাঞ্চৰ মাজেদি ঘৰ বন্ধাৰ সপোন দেখিছিল। অৱশ্যে কোনো এগৰাকী প্ৰেয়সীৰ লগত সুখেৰে সংসাৰ কৰিব নোৱাৰিলে। প্ৰকৃততে বাস্তৱ বলিউডৰ 'চেল্যুলয়ড' নহয় বা বাস্তৱ 'গানৰ কলিও' নহয়। সপোন যিমান মধুৰ বাস্তৱ সিমান কঠোৰ। লীনা চন্দ্ৰাৱাৰকাৰৰ মাজতে কিশোৰে প্ৰকৃত প্ৰেম বিচাৰি পাইছিল। কিশোৰে আচলতে প্ৰকৃত প্ৰেম বিচাৰি হাবাথুৰি খাইছিল। অৱশ্যে এই দূৰন্ত প্ৰেমিকজন বেছিদিন জীয়াই নাথাকিল। ৫৬ বছৰ বয়সতে কিশোৰৰ জীৱন নাটৰ যৱনিকা পৰিল।

ওৰেটো জীৱন দৰ্শক-শ্ৰোতাক নৃত্য, অভিনয় আৰু গীতেৰে সন্মোহিত কৰি ৰখা কিশোৰ কুমাৰৰ প্ৰথমা পত্নী ৰুমা গুহঠাকুৰৰ সতে বিবাহ বিচ্ছেদ, দ্বিতীয়া পত্নী মধুবালাৰ অকাল বিয়োগ, তৃতীয়া পত্নী যোগিতাবালীয়ে কিশোৰক এৰি গুচি গ'ল। জীৱনলৈ যেতিয়া চতুৰ্থ পত্নী লীনা চন্দ্ৰাৱাৰকাৰ আহিল তেতিয়া কিশোৰে বাৰ্ধক্যত ভৰি দিছিল।

# ৰাজেশ-ডিম্পলৰ প্ৰেম

সত্তৰ দশকত প্ৰেম-ৰোমাঞ্চে বেছি চাঞ্চল্যৰ সৃষ্টি কৰিছিল। সেই সময়ত প্ৰেমৰ যুটী আছিল ৰাজেশ-ডিম্পল। বলিউডৰ প্ৰায়বোৰ অভিনেতা-অভিনেত্ৰীৰ আছে অৰ্থ, যশ, নাম, খ্যাতি আৰু প্ৰতিপত্তি,— নাই মাথো স্থিৰতা। ৰাজেশ খান্নাৰ কথালৈ আহো। মূৰটো বেঁকাকৈ ৰাখি মিচিকিয়াই মৰা হাঁহিটোৰে যতীন ওৰফে ৰাজেশ খান্নাই শত-সহস্ৰ যুৱতীৰ হৃদয়ৰ স্পন্দন বৃদ্ধি কৰি দিছিল। পৰৱৰ্তী যুগৰ ছুপাৰ ষ্টাৰ অমিতাভ বচ্চনেও স্বীকাৰ কৰিছিল যে ৰোমাণ্টিক ইমেজৰ ৰাজেশ খান্নাই দৰ্শকৰ মাজত যি উন্মাদনাৰ সৃষ্টি কৰিছিল সেয়া আন কোনো নায়কৰ ভাগ্যত ঘটা নাছিল।

ৰাজেশ খান্নাৰ কেইবাখনো জনপ্ৰিয় ছবিৰ নায়িকা আছিল মমতাজ, শৰ্মিলা ঠাকুৰ আৰু হেমামালিনী। এই নায়িকাবোৰৰ লগত কৰা প্ৰেমৰ অভিনয়েবহু দৰ্শকক ঈৰ্ষাকাতৰ কৰি তুলিলেও এওঁলোকৰ লগত কিন্তু বাস্তৱ জীৱনত তেওঁ প্ৰেমৰ সম্পৰ্ক গঢ়ি তোলা নাছিল। প্ৰেমৰ সম্পৰ্ক গঢ়ি উঠিছিল অঞ্জু মহেন্দ্ৰ নামৰ অল্পখ্যাত অভিনেত্ৰী গৰাকীৰ লগত, যি পূৰ্বতে প্ৰখ্যাত ক্ৰিকেটাৰ চোৰ্বাচৰ লগত হিয়া নিয়া কৰি বহু চৰ্চিত হৈ পৰিছিল। সেই অঞ্জু মহেন্দ্ৰৰ লগত দীৰ্ঘদিন প্ৰেমলীলা চলোৱাৰ পিছত ৰাজেশে হঠাতে বিয়া কৰাইছিল 'ববি' ছবিত সংক্ষিপ্ত বস্ত্ৰেৰে অভিনয় কৰি ৰাতিটোৰ ভিতৰতে বিখ্যাত হোৱা ডিম্পল কাপাডিয়াক। অকল বিয়া কৰোৱাই নহয়, বিয়াৰ শোভাযাত্ৰা অঞ্জু মহেন্দ্ৰৰ ঘৰৰ সন্মুখেৰে নিয়াত অঞ্জুৰ বুকুৰ জ্বলা জুইকুৰাত ঘিউ ঢালি দিছিল। সেই বিষন্ন নিশা অঞ্জু মহেন্দ্ৰই নিশ্চয় ৰাজেশ খান্নাক মনে মনে শাওপাত দিছিল! ৰাজেশৰ বিবাহিত জীৱন কিন্তু সুখৰ নহ'ল।

ডিম্পলক বাদ দি ৰাজেশ টিনা মুনিমৰ প্ৰেমত পৰিল। টিনা ৰাজেশৰ শয্যাসংগী হ'ল। 'আশিৰ্বাদ' নামৰ ঘৰটিত ৰাজেশ-টিনাৰ 'লিভি টুগেদাৰ' চলিল।

সংগোপনে ৰাজেশ-টিনাৰ প্ৰণয় লীলা চলিল। টিনাৰ কেৰিয়াৰ নষ্ট হ'ল। টিনাৰ অৱস্থা 'ফাট দিয়া বসুমতী পাতালে লুকাও...।' অৱশ্যে টিনা পাতালে লুকুৱাৰ আগতে শিল্পপতি অনিল আম্বানিৰ আশ্ৰয় পাই গুচি গ'ল।

জীৱণ যাত্ৰা পথত যি এবাৰ ঘটি যায় সি আৰু দুনাই নাহে। ভুল হওক শুদ্ধ হওক। অঞ্জু, ডিম্পল, টিনা গুচি যোৱাৰ পাছত ৰাজেশৰ মানসিক শক্তিভাগি পৰিছিল। মন নহবা হৈছিল তেওঁৰ অভিনয় শিল্পত। পৰকীয়া প্ৰেমত আকৃষ্ট হোৱাটো মানুহৰ স্বভাৱ। কিন্তু পৰকীয়া তথা বহু ৰমনীৰ প্ৰেমে ব্যক্তি, সমাজ সকলোৰে কাৰণেই অনিষ্টকৰ।

# গুলজাৰ-ৰাখীৰ প্ৰেম-ৰোমাঞ্চৰ কাহিনী

সংবেদনশীল কবি, গীতিকাৰ, লেখক, পৰিচালক গুলজাৰ প্ৰেমত পৰিছিল বংগ তনয়া ৰাখীৰ। বাংলা সাহিত্য সংগীতৰ গভীৰ অনুৰাগী গুলজাৰৰ হৃদয়ৰ গোপন কোণত বাংলাৰ প্ৰতি দুৰ্বলতা আছে আৰু এই দুৰ্বলতাই হয়তো তেওঁক বংগললনা ৰাখীৰ ওচৰ চপাই নিছিল। ৰাখীৰ দৈহিক সৌন্দৰ্য আছে, অভিনয়

দক্ষতাও আছে। দুয়োৰে প্ৰেম এদিন বিবাহত পৰিণত হ'ল। অৱশ্যে এই বিবাহ স্থায়ী নহ'ল। ৰাখী হ'ল ৰূপালী পৰ্দাৰ ৰঙীণ জগতৰ বাসিন্দা, আনহাতে গুলজাৰ হ'ল ৰূপালী পৰ্দাৰ নেপথ্যৰ সৌন্দৰ্যৰ সাধক। এই দুই বিপৰীত্যৰ বাবেই ৰাখী-গুলজাৰৰ বিবাহ বিচ্ছেদৰ কাৰণ বুলি বহুতে মন্তব্য কৰে।

ৰাখী-গুলজাৰৰ বিবাহ বিচ্ছেদ হ'লেও পৰস্পৰে পৰস্পৰৰ প্ৰতি এক গভীৰ-টান আছিল। বিবাহ-বিচ্ছেদৰ পিছতো কিন্তু দুয়ো পুনৰ বিবাহ পাশত আৱদ্ধ নহ'ল। সাময়িক বিচ্ছেদৰ পিছত গুলজাৰে নিজৰ এই প্ৰেম কাহিনীৰ তিনিটা স্তৰ তিনিখন ছবিত সুন্দৰকৈ প্ৰকাশ কৰিছে। ছবিকেইখন হ'ল— 'আন্ধী', 'লিবাচ' আৰু 'ইজাজৎ'। প্ৰেমক লৈ গুলজাৰে যিবোৰ গীত ৰচনা কৰিছে তাৰ সৰহভাগ গীততেই গুলজাৰৰ নিজৰ জীৱনৰ প্ৰতিধ্বনি শুনা যায়। নিজৰ জীৱনৰ প্ৰেমৰ কাহিনীয়ে গুলজাৰক সৃষ্টিৰ প্ৰতি অনুৰাগী কৰি তুলিছিল।

# গুৰুদত্ত আৰু গীতা দত্তৰ প্ৰেম

গুৰু দত্তই বিয়া কৰাইছিল গীতা দত্তক। কিন্তু বৈবাহিক জীৱনত তেওঁলোকে সুখী নাছিল। তাৰ মূলতে আছিল গুৰু দত্তৰ পৰকীয়া প্ৰেম। গুৰু দত্ত প্ৰেমত পৰিছিল ৱাহিদা ৰহমানৰ। নিজৰ সুখৰ সংসাৰ তথা সুন্দৰী পত্নী থাকোতে আন ৰমনীৰ লগত প্ৰেমত মজি থকাতো কোনো বিবাহিতা নাৰীয়ে কামনা নকৰে। ভীষণ গভীৰ আছিল গুৰু-ৱাহিদাৰ প্ৰেম। কিন্তু এই প্ৰেমৰ পৰিণতি সুখৰ নাছিল। ক্ৰমশঃ আঁতৰি গৈছিল ৱাহিদা গুৰু দত্তৰ কাষৰ পৰা। বিচ্ছেদ বিৰহৰ যন্ত্ৰণা উপশম ঘটাবৰ কাৰণে গুৰু দত্তই এলকহলৰ কাষ চাপিছিল। ৰাতি শোওঁতে শ্লিপিং টেবলেট খাইছিল। কিন্তু প্ৰিয়জন আঁতৰি যোৱাৰ পাছত কোনোবাই জানো শান্তিৰে শুব পাৰে? শ্লিপিং টেবলেট খায়ো শান্তিৰে শুব পৰা নাছিল গুৰু দত্ত। অৱশেষত প্ৰিয়জনৰ সৈতে বিচ্ছেদৰ বেদনাত গুৰু দত্তই আত্মহত্যা কৰিছিল। এজন দুৰন্ত প্ৰেমিকৰ জীৱনৰ যৱনিকা পৰিছিল। নাৰীৰ প্ৰেমৰ বাবেই নিজৰ মৃত্যুকো তুচ্ছ জ্ঞান কৰিছিল গুৰু দত্তই। আনহাতে ৱাহিদা? প্ৰেমিকৰ ওচৰৰ পৰা আঁতৰি আহিছিল প্ৰেমিকৰ এখন নিজা সংসাৰ থকাৰ বাবে। তথাপি গুৰুৰ মৃত্যু ৱাহিদাই সহজভাৱে ল'ব পৰা নাছিল। আজিও ৱাহিদাৰ হৃদয়ত অংকিত হৈ আছে অতীতৰ প্ৰেমিকৰ ছবি।

# প্ৰেম পৰ্বত ধৰ্মেন্দ্ৰ

'হি-মেন' ধৰ্মেন্দ্ৰৰ প্ৰেম কাহিনীৰ অন্ত নাই। ঘৰত বিবাহিতা পত্নী প্ৰকাশ আৰু পুত্ৰ সন্তান থকাৰ পিছতো ধৰ্মেন্দ্ৰ বাৰে বাৰে প্ৰেমত পৰিছিল তেওঁৰ নায়িকাসকলৰ লগত। এই তালিকাত আছে— মীনা কুমাৰী, হেমামালিনী, মমতাজ, ৰীণা ৰায়, অনিতা ৰাজ, স্মিতা পাটিল, ইত্যাদি বহু গৰাকী সুন্দৰী নায়িকা। ইয়াৰে মীনা কুমাৰীয়ে যেনিবা ধৰ্মেন্দ্ৰক প্ৰথমেই আহ্বান কৰি নিছিল আৰু হেমামালিনীক জালত পেলাবলৈ বহুদিন অপেক্ষা কৰিবলগীয়া হৈছিল ধৰ্মেন্দ্ৰ। সঞ্জীৱ কুমাৰ আৰু জিতেন্দ্ৰৰ দৰে অবিবাহিত প্ৰেমিক আঁতৰাই নিজৰ পথ নিষ্কণ্টক কৰাৰ বাবে বিবাহিত ধৰ্মেন্দ্ৰই কিমান যে কৌশল অৱলম্বন নকৰিছিল। এই সকলো কৌশলৰ সন্মিলিত প্ৰয়াসৰ ফলপ্ৰাপ্তি হৈছিল প্ৰমোদ চক্ৰৱৰ্তীৰ 'জুগনু' ছবিৰ বৰ্হিদৃশ্যত, য'ত অৰণ্যৰ মাজত গেষ্ট হাউছ এটাত ধৰ্মেন্দ্ৰ-হেমাই একেলগে নিশা কটাইছিল। সংবাদ মাধ্যমত বহুবাৰ অস্বীকাৰ কৰি থাকিলেও, এই প্ৰেমৰ সংবাদ প্ৰচাৰ কৰাৰ অপৰাধত ধৰ্মেন্দ্ৰই কৃষ্ণ নামৰ সাংবাদিক গৰাকীক ৰাজহুৱা স্থানত মাৰপিট কৰিলেও, শেষত কিন্তু তেওঁ হেমামালিনীক বিয়া কৰাইছিল। কিন্তু ধৰ্মেন্দ্ৰই এতিয়াও নিজৰ অধিক সময় ব্যয় কৰে প্ৰথমা পত্নী প্ৰকাশৰ লগতহে। কন্যা সন্তান দুটিক লৈ হেমা বেলেগে থাকে। হেমাই এতিয়া নিজৰ বাবে সৃষ্টি কৰি লৈছে এখন নিজস্ব জগত।

"ৰাফ এণ্ড টাফ" ধৰ্মেন্দ্ৰৰ খোজে খোজে আগবাঢ়িছে তেওঁৰ প্ৰথম পুত্ৰ চানি দেউল। তেওঁৰ ঘৰত আছে বিবাহিতা পত্নী পূজা, বাহিৰত প্ৰেমিকা ডিম্পল কাপাডিয়া। মাজতে প্ৰেম চলিছিল ৰবীনা টেণ্ডনৰ স'তে। কিন্তু সেই প্ৰেম বেছিদিন নচলিল।

পত্নীৰ স্থান ঘৰৰ ভিতৰত, বাহিৰত পুৰুষে যি ইচ্ছা তাকেই কৰি ঘূৰি ফুৰক— এয়া হ'ল ধৰ্মেন্দ্ৰ অথবা চানি দেউলৰ মনৰ ভাব। সেইবাবেই এই দুয়োজনৰ পত্নীক ৰাজহুৱা ঠাইত নিজ স্বামীৰ স'তে দেখা নাযায়। কিন্তু ধৰ্মেন্দ্ৰৰ দ্বিতীয় পুত্ৰ ববি দেউলৰ স্ত্ৰী তানিয়া ঘৰৰ ভিতৰত সোমাই থকা বিধৰ নহয়। স্বামীৰ লগত তেওঁক সঘনাই বাহিৰত দেখা যায়। গতিকেই ববি দেউলে বাহিৰত সুন্দৰী নায়িকাৰ স'তে প্ৰেম কৰি ঘূৰি ফুৰাৰ সুযোগ কম পায়। তানিয়াৰ উৎসাহতে পূজা গৈ এদিন উপস্থিত হৈছিল গিৰিয়েক চানি দেউলে শ্বুটিং কৰি থকা ঠাইত। এই অপ্ৰত্যাশিত আৰু আকস্মিক কাৰ্যই চানি-ডিম্বলৰ প্ৰেমত এটি সজোৰ আঘাত হানিছিল।

# প্ৰেম পৰ্বত ৰেখা

বলিউডৰ ফিল্ম জগতত নায়ক-নায়িকাৰ প্ৰেম-প্ৰীতি, বিবাহক লৈ গুজব আৰু সঁচা কাহিনীৰ অন্ত নাই। তাৰে এগৰাকী হ'ল 'মেডাম এক্স' — অৰ্থাৎ ৰেখা। বৰ্তমানে প্ৰায় পঞ্চাশ বছৰীয়া ৰেখা এতিয়াও কুৰি বছৰীয়া গাভৰুৰ দৰে মোহময়ী হৈ আছে। বয়সে ৰেখাক কাবু কৰিব পৰা নাই। ৰেখাৰ নামটো বহুজন পুৰুষৰ সৈতে যুক্ত হৈ আছে। ৰেখাৰ নিজৰ ভাষাৰে— প্ৰত্যেকজন পুৰুষৰে একোটা নিজস্ব সত্ত্বা আছে। মোৰ দৃষ্টিকোণত প্ৰতিজন পুৰুষৰ নিজা নিজা সত্ত্বাই ধৰা দিয়েহি। সেই সত্ত্বাৰ বাবেই একো একোটা সময়ত একো একোজন পুৰুষ মোৰ দৃষ্টিত-হৈ উঠে অনন্য।'

যৌৱনৰ প্ৰথম খোজত লগ পোৱা বিশ্বজিতৰ পৰা আৰম্ভ কৰি অক্ষয় কুমাৰৰ দৰে অৰ্ধ বয়সৰ যুৱকলৈকে ৰেখাৰ প্ৰেমৰ এক অবিৰত যাত্ৰা। প্ৰেমৰ এই অন্তহীন যাত্ৰাত প্ৰতিজন পুৰুষেই একোটা সময়ত একো একোটা অনন্য ৰূপত ৰেখাৰ আগত বিজুলী চমকনিৰ দৰে ধৰা দিয়ে।

তামিল ছবিত পদাৰ্পণ কৰি হিন্দী ছবিজগতৰ একচত্ৰী সম্ৰাজ্ঞী হৈ পৰা ৰেখা হিন্দী ছবি জগতৰ এক মূৰ্তমান ৰূপৰ জোৱাৰ। এই জোৱাৰত উটি-ভাঁহি ফুৰিছে বহু স্বনামধন্য পুৰুষ। ৰেখাৰ কমনীয়তাই মতলীয়া কৰি তোলে পুৰুষসকলক।

তাহানিতে ৰেখাৰ প্ৰেমত পৰিছিল অভিনেতা কিৰণ কুমাৰ। তাৰ পাছত গুজব ৰটনা হ'ল বিনোদ মেহেৰাক লৈ। বিনোদ-ৰেখাৰ যুটী তথা প্ৰেম কাহিনী হৈ পৰিল বলিউডৰ আলোচ্য বিষয়। এটা পৰ্যায়ত বিনোদ-ৰেখাৰ প্ৰেম পৰ্বই চূড়ান্ত পৰ্যায় পায়গৈ আৰু ৰেখাই কীটনাশক ঔষধ খাই জীৱন নাটৰ অৱসান পেলাব খুজিছিল। সেই প্ৰেমে অৱশ্যে এদিন সংসাৰৰ মুখ দেখিলে।

বিনোদ মেহেৰাৰ পিছত আৰম্ভ হ'ল সঞ্জীৱ কুমাৰৰ সৈতে ৰেখাৰ প্ৰেম-ৰোমাঞ্চৰ পৰ্ব। বহুলোকৰ মতে দুয়ো বিবাহ পাশত আৱদ্ধও হৈছিল। সঞ্জীৱ কুমাৰৰ বুকুত ধুমুহাৰ সৃষ্টি কৰি ৰেখা-জিতেন্দ্ৰৰ সান্নিধ্যলৈ আহিল। ৰটনা হ'ল ৰেখাৰ জীৱনত জিতেন্দ্ৰৰ প্ৰেমৰ শেৱালি সৰা বুলি। ৰেখা-জিতেন্দ্ৰৰ প্ৰেম স্থায়ী নহ'ল।

অভিনয় জগতলৈ আহিয়েই ৰেখাই শ্বুটিঙৰ অৱসৰত বিশ্বজিতক চুমা খাই বলিউডত হৈ-চৈৰ সৃষ্টি কৰি দিলে। মানুহৰ মাজত হৈ-চৈ কৰি থাকিবলৈ ৰেখাই ভাল পায়।

## ৰেখা-অমিতাভৰ প্ৰেমৰোগ

ৰেখাৰ প্ৰেম পৰ্বৰ উল্লেখযোগ্য পুৰুষ আছিল বিগ বি ছুপাৰষ্টাৰ অমিতাভ বচ্চন। অমিতাভৰ সৈতে চলা প্ৰেম-ৰোমাঞ্চৰ পৰ্বই বহুদিন ধৰি তোলপাৰ লগালে। অমিতাভে জয়া বচ্চনৰ উপৰিও ৰেখাক পত্নীৰ মৰ্যাদা দিবলৈ সাজু হৈছিল। অমিতাভ-জয়াৰ ঘৰ-সংসাৰ থানবান হোৱা উপক্ৰম হৈছিল। কিন্তু ভাগ্যক্ৰমে এদিন দৃশ্যপটৰ পৰিৱৰ্তন ঘটিল। ক্ৰমশঃ অমিতাভ ৰেখাৰ পৰা আঁতৰি গ'ল।

অমিতাভ-ৰেখাৰ প্ৰথম পৰিচয় ঘটে 'দো আনজানে' ছবিৰ পৰা। পৰিচয়ৰ পাছতে দুয়োৰে মাজত এক ঘনিষ্ঠতা গঢ় লৈ উঠিছিল। দুয়োৰে সম্পৰ্কৰ কথা সেই সময়ত প্ৰচাৰ মিডিয়াৰো দৃষ্টিগোচৰ হৈছিল। কিন্তু মিডিয়াৰ সন্মুখত ক্ৰমাগতভাৱে অস্বীকাৰ কৰি অমিতাভে এই সম্পৰ্কৰ গভীৰতা বঢ়াই তুলিছিল। এটা সময়ত অমিতাভ-ৰেখাৰ প্ৰেমৰ সম্পৰ্ক ইমান গভীৰলৈ শিপাইছিল যে স্বয়ং অমিতাভৰ পত্নী জয়া বচ্চনে হস্তক্ষেপ কৰিব লগা হৈছিল। ঘৰৱালি বনাম বাহাৰৱালিৰ মাজৰ শীতল যুদ্ধত অমিতাভ শেষ পৰ্যন্ত উভতি যায় ঘৰৱালিৰ কাষলৈকে। সেই কাৰণেই হয়তো 'চিলচিলা'ৰ পাছত অমিতাভ-ৰেখা যুটীক লৈ কোনো চিনেমা নাই।

অমিতাভৰ দৰে সু-শিক্ষিত, ৰুচিবান, বিবাহিত অভিনেতা এজনে কেনেদৰে ৰেখাৰ দৰে শৰীৰ সৰ্বস্ব, কম শিক্ষিতা অভিনেত্ৰী এগৰাকীৰ প্ৰেমত পৰিব পাৰে— তাক সহজে অনুমান কৰিব নোৱাৰি। চিৰ যৌৱনা ৰেখাৰ ৰূপমুগ্ধসকলৰ ভাষাত ৰেখাৰ দৈহিক সৌন্দৰ্যই অমিতাভক জয়াৰ কাষৰ পৰা উৰুৱাই নি কোনোবা মুলুক পোৱাইছিলগৈ আৰু সেয়াই হৈছিল প্ৰেম। বহু পুৰুষৰ সান্নিধ্যৰ অভিজ্ঞতাৰে ঐশ্বৰ্যময়ী ৰেখাৰ বাবে সেই সময়ত প্ৰয়োজন হৈছিল অমিতাভৰ দৰে এডাল বিৰিখ যাৰ সহায়ত ৰেখা লতাৰ দৰে ওপৰলৈ বগাই যাব পাৰে। ৰেখাৰ শাৰীৰিক আকৰ্ষণ আছিল অদমনীয়। যি শাৰীৰিক সৌন্দৰ্যৰ বাবেই জয়া ভাদুড়ী বচ্চনৰ আগোচৰে অমিতাভ ৰেখাৰ স'তে মিলিত হৈছিল লণ্ডনৰ উপকণ্ঠৰ নিৰ্জন ফাৰ্ম হাউছত।

ৰেখা-অমিতাভৰ সৈতে বিচ্ছিন্ন নহ'লহেঁতেন যদিহে জয়াই সেই সময়তে হস্তক্ষেপ নকৰিলেহেঁতেন। 'কুলি' ছবিৰ ছেটত এক দুৰ্ঘটনাত প্ৰকৃততে খলনায়ক পুণিত ইছাওৰ হাতৰ প্ৰচণ্ড ঘোঁচা খাই অমিতাভে যেতিয়া ব্ৰিছকেণ্ডি হস্পিতালত মৃত্যুৰ স'তে খেলা কৰি আছিল, সমগ্ৰ দেশবাসীয়ে যেতিয়া অমিতাভৰ আৰোগ্য কামনা কৰিছিল, ৰেখায়ো তেতিয়া দাক্ষিণাত্যৰ মন্দিৰৰ নিৰ্মালি হাতত লৈ ব্ৰিছকেণ্ডি হস্পিটালৰ বাৰাণ্ডা পাইছিলগৈ। তেতিয়াই দেখিছিল অমিতাভৰ ৰূমৰ দুৱাৰ ৰেখাৰ বাবে বন্ধ চিৰদিনৰ বাবে। অমিতাভ তেতিয়া জয়াৰ দ্বাৰা পূৰ্ণবেষ্টিত। ৰেখা-অমিতাভৰ কাষৰ পৰা চিৰদিনৰ বাবে আঁতৰি গৈছিল আৰু সন্ধান কৰিছিল অন্য এজন পুৰুষৰ।

ৰেখা যেন প্ৰেমৰ এক স্ৰোতস্বিনী প্ৰবাহ। কিছুদিন সাময়িক বিৰতিৰ পিছত পুনৰ শুনা গ'ল সুনীল দত্তৰ পুত্ৰ সঞ্জয় দত্তৰ সৈতে ৰেখাৰ প্ৰেম-ৰোমাঞ্চৰ খবৰ। সঞ্জয়ে প্ৰস্তাৱ দিলে ৰেখাক বিয়া কৰোৱাৰ। আনকি দেউতাক সুনীল-দত্তৰ পৰা পৰিতাজিত হৈও ৰেখাক বিয়া কৰাবলৈ সঞ্জয় উঠি-পৰি লাগিছিল। অৱশ্যে সঞ্জয়ৰ ড্ৰাগছ আসক্তি দূৰ কৰোৱাৰ বাবে চিকিৎসাৰ অৰ্থে বিদেশলৈ পঠিওৱাৰ পিছত ৰেখা-সঞ্জয়ৰ প্ৰেম পৰ্বৰ পৰিসমাপ্তি ঘটে।

সঞ্জয়ৰ পিছত ৰেখাই মুকেশ আগৰৱালাক বিয়া কৰালে। অৱশ্যে বিয়াৰ পিছতে মুকেশে আত্মহত্যা কৰে। মুকেশৰ মৃত্যুত ৰেখাই কৈছিল— 'মই মাথোঁ মাতৃ হ'বৰ বাবেহে মুকেশক বিয়া কৰাইছিলো। কিন্তু তেওঁ মোক মাতৃত্বৰ স্বাদ নিদিয়াকৈ মৰি থাকিল।'

ৰেখাৰ জীৱন আছিল প্ৰেমৰ এক সন্ধান। মাতৃত্বৰ সোৱাদ বিচাৰি প্ৰকৃততে ৰেখাই হাহাকাৰ কৰিছিল। ৰেখা অক্ষয় কুমাৰৰ সান্নিধ্যলৈ আহিল। অক্ষয় ৰেখাতকৈ বয়সত প্ৰায় আধাই হ'ব। তথাপি প্ৰেমে নামানে বয়সৰ কোনো সীমা। অক্ষয় কুমাৰৰ প্ৰেমত ৰেখা গভীৰভাৱে নিমজ্জিত হ'ল। ইফালে তাকে দেখি অক্ষয়ৰ প্ৰেমত সেই সময়ত মজ্জি থকা ৰবীনা টেণ্ডনে খঙত গুজৰি উঠিল— 'তাই ৰেখা বুঢ়ীয়ে মোৰ প্ৰেমিকৰ সৈতে এইবোৰ কি খেল খেলিছে? তাইক ওচৰত পালে, মই তাইৰ মূৰৰ চুলি এডালো নাৰাখো। ময়ো ৰবীনাহে, চাই ল'ম তোক, ৰেখা।'

ৰেখা বলিউডৰ জোৱাৰ। প্ৰায় আধা ডৰ্জনৰ বেছি পুৰুষৰ সান্নিধ্যলৈ অহা ৰেখাই কয় — 'যিদৰে সলনি হয মন, সেইদৰে সলনি হয মনে বিচৰা সংগীও। তাৰ কোনো ধৰা-বন্ধা নিয়ম নাই।'

শৈশৱত এয়াৰ হোষ্টেছ হোৱাৰ বাসনা পুহি ৰখা তামিল অভিনেত্ৰী জেমিনী গণেশন আৰু অভিনেত্ৰী পুষ্পাৱলীৰ কন্যা ৰেখা গণেশনে তিনিবাৰকৈ শ্ৰেষ্ঠা অভিনেত্ৰী আৰু এবাৰ ৰাষ্ট্ৰপতিৰ পুৰস্কাৰো পায়। বহুকেইজন পুৰুষৰ সৈতে প্ৰেম পৰ্ব চলা সত্ত্বেও বা প্ৰেমত বিফল হোৱা সত্ত্বেও ৰেখা কোনোদিনে নিজৰ সাধনা, প্ৰতিভাৰ পৰা বিচ্যুত হোৱা নাই। ৰেখাৰ ভাষাৰে— 'পুৰুষৰ মাজৰ পৌৰুষ সত্বাৰ বিভিন্নতাই মোক আপ্লুত কৰে বিভিন্ন সময়ত। তাৰ বাবে দায়ী কোন?'

ৰেখাৰ দৰেই বলিউডৰ আন এগৰাকী সুন্দৰী নায়িকা পাৰবীন বাবী। যি প্ৰেমৰ ব্যৰ্থতাত মানসিক ধৈৰ্য হেৰুৱাই পেলাইছিল। অমিতাভ বচ্ছনক ভাল পাই সংসাৰৰ সকলোবোৰ সুখ গোটাবলৈ গৈ নিজে বিদংসনা হৈছিল।

# ট্ৰেজেদি কুইন মীনা কুমাৰীৰ প্ৰেম

মীনা কুমাৰী বলিউডৰ 'ট্ৰেজেডি কুইন' হিচাপে খ্যাত। এই গৰাকী ট্ৰেজেডি কুইনৰ জন্ম হৈছিল এক মুছলমান পৰিয়ালত। তেওঁৰ প্ৰকৃত নাম আছিল মেহৰুন ন্নিছা মহাজবীন। ষাঠিৰ দশকত মীনাই সকলোৰে মন মুহিছিল। মীনা কুমাৰীয়ে ১৯৪৬ চনত ১৪ বছৰ বয়সতে 'বচ্চো কা খেল' ছবিৰে নায়িকা ৰূপে পৰ্দালৈ আহে।

মীনা কুমাৰী বিয়াত বহিছিল প্ৰযোজক আৰু পৰিচালক কমল অমৰোহীৰ স'তে। কিন্তু বৈবাহিক জীৱন সুখৰ নহ'ল। মীনাৰ স'তে কমল অমৰোহীৰ ভুল বুজাবুজি হৈছিল। পত্নীক সদায় কমলে সন্দেহৰ চকুৰে চাইছিল। তেওঁ স্বামীক বুজাইছিল— 'মই অভিনেত্ৰী। সকলো কথা জানি শুনিয়েই তুমি মোক বিয়া কৰাইছা। বিয়াৰ আগতেই তোমাক মই কৈছিলো যে মই অভিনয়ৰ জগতখন এৰিব নোৱাৰিম। তুমিও ৰাজী হৈছিলা। এতিয়া অভিনয় এৰিবলৈ কোৱা কিয়?'

বুকুৰ ওপৰত যন্ত্ৰণাৰ গধুৰ বোজা লৈ ওৰে দিন-ৰাতি ছটফটাইছিল মীনা কুমাৰীয়ে। সীমাহীন হতাশাত তেওঁ মদৰ গিলাছ হাতত তুলি লৈছিল। মদৰ মাজত ডুব গৈ তেওঁ শ্বায়েৰীও লিখিছিল। সাংবাদিকৰ আগত তেওঁ কৈছিল ভাৰতীয় ছোৱালীয়ে বিয়াৰ সময়ত পিতৃ গৃহৰ পৰা যৌতুক আনে। কিন্তু তেওঁ বিয়াৰ সময়ত যৌতুক অনা নাছিল। সেয়ে তেওঁ ছবিত অভিনয় কৰি উপাৰ্জন কৰা ধন স্বামীৰ হাতত তুলি দিছিল। বিয়াৰ তেৰ বছৰ পিছত তেওঁ স্বামীগৃহ ত্যাগ কৰে। 'পিঞ্জৰে ক্যা পঞ্চী'ৰ দৃশ্যগ্ৰহণৰ সময়ত মীনা কুমাৰী কমল আমৰোহীৰ গাড়ীচালক বাকৰ আলীৰ স'তে বিবাহত সোমাইছিল পৰিস্থিতি সাপেক্ষে।

'ফুল ঔৰ পাথৰ' ছবিখনৰ দ্বাৰা মীনা 'ৰাফ এণ্ড টাফ' নায়ক ধৰ্মেন্দ্ৰৰ সংস্পৰ্শলৈ আহে। স্বামীৰ কথা কৈ প্ৰায়ে ধৰ্মেন্দ্ৰৰ ওচৰত কান্দিছিল মীনা কুমাৰীয়ে। ইতিমধ্যে ধৰ্মেন্দ্ৰৰ স'তে মীনাৰ প্ৰেম সম্পৰ্কক লৈ সৰ্বত্ৰতে বু-বু, বা-বা চলিছিল। ধৰ্মেন্দ্ৰৰ 'ফিজিকেল প্ৰেম' মীনাই উপেক্ষা কৰিব পৰা নাছিল। ধৰ্মেন্দ্ৰৰ 'সত্যকাম' নামৰ ছবিৰ শ্যুটিং যেতিয়া বিহাৰৰ এটি কয়লা খনিত চলি আছিল তেতিয়া মীনাৰ শ্যুটিং চলিছিল নাইনিতালত। নাইনিতালৰ পৰা তেওঁ ধৰ্মেন্দ্ৰলৈ ট্ৰাংকল কৰিছিল। "তুমি যদি নাইনিতাললৈ নাহা তেন্তে মই আত্মহত্যা কৰিম।" মীনা কুমাৰীৰ ট্ৰাংকল পায়েই ধৰ্মেন্দ্ৰই শ্যুটিং এৰি মীনাৰ কাষ পাইছিল।

ধৰ্মেন্দ্ৰ আৰু মীনা কুমাৰীৰ মাজত বিচ্ছেদ আনি দিছিল তেওঁৰ ভাতৃ অজিতে। মীনাৰ স'তে প্ৰেমত মজি থকাৰ সময়ত ধৰ্মেন্দ্ৰ আছিল বিবাহিত পত্নী প্ৰকাশ আৰু পুত্ৰ সন্তান ছানি দেউলৰ পিতৃ। ধৰ্মেন্দ্ৰ মীনাৰ কাষৰ পৰা লাহে লাহে আঁতৰি যায়। মীনা আকৌ আহত হয়। দিন-ৰাত মদৰ নিচাতে তেওঁ মচগুল হ'বলৈ ধৰে। অত্যাধিক মদ খোৱাৰ বাবে তেওঁৰ শৰীৰ একেবাৰে বেয়াৰ ফালে ঢাল খায়। মুম্বাইৰ এলিজাবেথ নাৰ্ছিং হোমত তেওঁ মৃত্যুক্ষণ গণি থকা অৱস্থাত মীনাই ধৰ্মেন্দ্ৰক কাষত বিচাৰিছিল। মীনাৰ আশা পূৰ্ণ নহ'ল কোনোদিনে।

# প্ৰেমৰ ৰ'দ কাঁচলিত তেজস্বী নাৰী শ্ৰীদেৱী

বলিউডৰ 'লাইট-কেমেৰা, চাউণ্ড-এক্সন' জগতৰ এগৰাকী সৰ্বশ্ৰেষ্ঠা সুন্দৰী হ'ল শ্ৰীদেৱী। আশীৰ দশকটোত মিথুনৰ সৈতে প্ৰেম-ৰোমাঞ্চৰ যুটীৰে শ্ৰীদেৱী

হিটলিষ্টত আছিল। দুয়োৰে প্ৰেমে সংবাদ মাধ্যমত খলকনিৰ সৃষ্টি কৰিছিল। অৱশ্যে দুয়োৰে গাঢ় প্ৰেম এদিন বিচ্ছেদৰ বেদনাত পৰিণত হ'ল। মিথুন-শ্ৰীদেৱীৰ প্ৰেমৰ বিচ্ছেদ হোৱাৰ মূল কাৰণটো হ'ল মিথুনৰ পত্নী যোগিতাবালী।

তেজস্বী নাৰী শ্ৰীদেৱীৰ ৰূপ যৌৱনে সঘনে তাৰকাসকলৰ সুন্দৰ সংসাৰ ভাঙিছিল। তেওঁৰ ৰূপ-যৌৱনে স্পন্দন তুলিছিল জিতেন্দ্ৰ, বনী কাপুৰ আদিক। অৱশেষত শ্ৰীদেৱীয়ে তেওঁতকৈ বহুত বয়সীয়া অনিল কাপুৰৰ ভাতৃ বনী কাপুৰক বিয়া কৰাই সন্তানৰ মাতৃ হ'ল। এয়াই হ'ল তেজস্বী নাৰীৰ তেজস্বী প্ৰেম।

প্ৰকৃততে বলিউডৰ ছবি জগতখনেই বিচিত্ৰময়। প্ৰেমৰ কোনো স্থিতি নাই। কেতিয়াবা দেখা গৈছে দুজনৰ মাজত অগাধ ভালপোৱা আকৌ কিছুদিনৰ পাছত দেখা গৈছে দুয়োৰে মাজত শীতল যুদ্ধ। আচলতে বলিউডৰ জগতখনত যশ, খ্যাতি আছে প্ৰকৃত প্ৰেম নাই। যেতিয়া দুজনৰ মিলন সম্ভৱ হৈছে তেতিয়াই কাৰোবাৰ জীৱনলৈ নামি আহিছে বিচ্ছেদ। পত্নী মোনাৰ অগোচৰে শ্ৰীদেৱীক বনীয়ে বিয়া কৰোৱাৰ পাছত মোনাৰ সৈতে বনীৰ সম্পৰ্কটো আগৰ দৰে হৈ থকা নাই। শ্ৰীদেৱী এতিয়া সন্তানৰ মাতৃ।

# কুমাৰ গৌৰৱ আৰু বিজয়েতাৰ প্ৰেম

'লাভ ষ্টৰী' ছবিখন মুক্তি নৌহওঁতেই কুমাৰ গৌৰৱ আৰু বিজয়েতাৰ মাজত প্ৰেম চলিছিল। যেতিয়া ছবিখনে মুক্তি লাভ কৰিলে দুয়োৰে প্ৰেমৰ অভিনয়ো ইতি পৰিল।

বিজয়েতা পণ্ডিত সম্ভ্ৰান্ত পৰিয়ালৰ ছোৱালী। বায়েক সকলোৰে পৰিচিত সুদক্ষিণা পণ্ডিত। ৰাজেন্দ্ৰ কুমাৰৰ পুতেক কুমাৰ গৌৰৱ। 'লাভষ্টৰী'ত অভিনয় কৰিবলৈ গৈ বিজয়েতা কুমাৰ গৌৰৱৰ প্ৰেমত বন্দী হ'ল। কুমাৰ গৌৰৱে বিজয়েতাৰ কেৰিয়াৰ নষ্ট কৰা বুলি বহুতে ক'ব বিচাৰে। ছবি হিট হোৱাৰ পিছত সেই প্ৰেম-কাহিনীৰ প্ৰয়োজন নোহোৱা হ'ল। কুমাৰ গৌৰৱৰ পত্নী হোৱাৰ যি সপোন বিজয়েতাই দেখি আছিল, ৰাজেন্দ্ৰ কুমাৰৰ কঠোৰ হাতে সেই সপোন

ভাঙি ঠান-বান কৰি দিছিল। বেদনাৰ উপশম নহওঁতেই বিজয়েতা প্ৰেমত পৰিল তৰুণ পৰিচালক সমীৰ মালকানৰ। প্ৰেমৰ পিছত বিয়া আৰু এই বিয়াও বেছিবছৰ নিটিকিল। আনহাতে কুমাৰ গৌৰৱে বিয়া কৰায় সঞ্জয়দত্তৰ ভগ্নীক।

# অজয়-কাজলৰ প্ৰেম আৰু বিবাহ

অজয়-কাজল বলিউডৰ আদৰ্শ দম্পতী! অজয়-কাজলৰ প্ৰেমৰ সম্পৰ্কক লৈ কাজলৰ পৰিয়ালত বিতৰ্কৰ সৃষ্টি হৈছিল। দুয়োৰে প্ৰেমত বাধা হিচাপে 'লক্ষ্মণ ৰেখা' টানিছিল কাজলৰ মাক তনুজা আৰু আইতাক শোভনা সমৰ্থই। শোভনাই কোনো দিনে কোনো কালে জীয়েকহঁতৰ প্ৰেমক স্বীকৃতি দিয়া নাছিল গতিকে আগলৈও নিদিয়ে। শোভনাৰ জীয়েক তিনিগৰাকী ক্ৰমে নুতন, তনুজা আৰু চতুৰা।

নুতনৰ প্ৰথম প্ৰেম আছিল শ্বামী কাপুৰৰ লগত। তেতিয়া শ্বামী কাপুৰ ফ্লপষ্টাৰ হোৱাৰ বাবে মাক শোভনাই এই প্ৰেমত বাধা দিছিল। নুতনৰ দ্বিতীয় প্ৰেমকো মাকে সমৰ্থন কৰা নাছিল। অৱশেষত শোভনাই ইচ্ছামতে মিঃ বেহেল নামৰ এজন পাঞ্জাবী যুৱকৰ লগত নুতনৰ বিয়া পাতি দিছিল। কিন্তু বৈবাহিক জীৱন স্থায়ী নহ'ল।

বিয়াৰ আগতে কাজলৰ মাক তনুজাৰ জীৱনলৈও প্ৰেম আহিছিল। কিন্তু শোভনাৰ ইচ্ছানুসাৰে তনুজাৰ বিয়া হৈছিল শশধৰ মুখাৰ্জীৰ পুত্ৰ সোমু মুখাৰ্জীৰ লগত।

শোভনাৰ তৃতীয় কন্যা চতুৰা আছিল এয়াৰ হোষ্টেছ। তেওঁ ছবিজগতৰ মানুহকে বিয়া কৰাইছিল।

আনহাতে শোভনা সমৰ্থৰ নিজৰ বৈবাহিক জীৱনো সুখৰ নাছিল। স্বামী কুমাৰ সেনৰ লগত বিবাহ বিচ্ছেদ হোৱাৰ পাছত শোভনাই পাছৰ জীৱন কটাইছিল বিখ্যাত মতিলালৰ ৰক্ষিতা হিচাপে।

শোভনা, নুতন, তনুজাই এনে একোটা জীৱন এৰি থৈ অহাৰ পাছত অজয়ৰ লগত কাজল প্ৰেম— কথাটো সহজ ভাবে ল'ব পৰা নাছিল। কাজলৰ পিতৃ সোমু মুখাৰ্জীয়েও এই প্ৰেমক সমৰ্থন কৰা নাছিল। তেওঁৰ মতে 'প্যাৰ কভি খেল নেহি'।

আনহাতে কাজল আছিল মুখাৰ্জী পৰিয়ালৰ অন্য ধাতুৰে গঢ়া ছোৱালী। পাঁচ ফুট চাৰে চাৰি ইঞ্চি উচ্চতাৰ সুনয়নী কাজল আছিল উগ্ৰ 'মেজাজী' আৰু অত্যন্ত 'মুডী'। শোভনা পৰিয়ালৰ ৰীতি-নীতি পৰম্পৰা ভৰিৰে গছকি যি বিদ্ৰোহৰ বীজ কাজলে ৰোপন কৰিছিল তাত কাজলেই জয়ী হৈছিল।

ফাইট মাষ্টাৰ বীৰু দেৱগণৰ ল'ৰা অজয় দেৱগণ। মুখাৰ্জী পৰিয়ালৰ দৰে ষ্টেটাছ নাছিল যদিও অজয় স্পৰ্শকাতৰ আৰু সংবেদনশীল। শান্ত-শিষ্ট কোমল স্বভাৱৰ একেবাৰে বৰফ শীতল ল'ৰা অজয় দেৱগণ। ফাইট মাষ্টাৰৰ ল'ৰা হৈ বলিউডত প্ৰতিষ্ঠা লাভৰ বাবে অজয়ে কঠোৰ সংগ্ৰাম কৰিব লগা হৈছিল। প্ৰেম-ৰোমাঞ্চৰ সংগ্ৰামখনতো তেওঁ জয় হৈছিল। বহুদিনৰ আগতে অজয়ে হয়তো কাজলৰ কাণে কাণে কৈছিল 'প্যাৰ তো হোনা হি থা'। তাৰ পাছত তেওঁ ঘোষণা কৰিলে 'দিলৱালে দুলহনীয়া লে জায়েংগে'। মুখাৰ্জী পৰিয়ালত হুলস্থুল লাগিল। কাজলে সগৌৰৱেৰে ঘোষণা কৰিলে 'হাম আপকে দিল মে ৰেহতে হ্যে'। এতিয়া দুয়ো বলিউডৰ সুখী দম্পতী।

# ঐশ্বৰ্য-চলমানৰ প্ৰেম

'ছাজন' ছবিখন চলমন খানৰ আত্ম জীৱনীমূলক ছবি। সঞ্জয় দত্তই যিটো চৰিত্ৰত অভিনয় কৰিছিল সেইটো আচলতে চলমানৰ চৰিত্ৰ। কোনোবা পাহাৰি অঞ্চলৰ এগৰাকী গাভৰুৰ প্ৰেমত পৰিছিল চলমন। সেই নাৰী অকস্মাতে এদিন চলমনৰ জীৱনৰ পৰা হেৰাই গ'ল। সেই লৈয়ে চলমনৰ ৰচনা 'ছাজন'। উশৃংখল চলমনে কিন্তু বহুজিন পাহৰিব পৰা নাছিল। সেই পাহাৰী কন্যাক। সময় সলনি হ'বলৈ সৰহদিন নালাগে। কিছুদিন আগলৈকে বাগৰি অহা এটা খবৰ আছিল যে ঐশ্বৰ্য ৰায় আৰু চলমান খানৰ মাজত চলি থকা প্ৰেমে এতিয়া ফাঁট মেলিছে। ঐশ্বৰ্যই এতিয়া চলমান খানক বিবাহ নকৰায়। আনহাতে চলমানে ঐশ্বৰ্যক লৈ সংসাৰ কৰাৰ যি সপোন ৰচিলে সেই সপোন নিমিষতে চুৰমাৰ হৈ গ'ল ঐশ্বৰ্য ৰায়ৰ শেহতীয়া সিদ্ধান্তৰ পৰা। ঐশ্বৰ্য ৰায়ৰ পৰিয়ালৰ লোকসকলে চলমানক লৈ কেতিয়াও সন্তুষ্ট নাছিল। তেওঁলোকৰ মন্তব্য আছিল চলমান এজন চৰিত্ৰহীন

যুৱক। তাৰ কাৰণো নোহোৱা নহয়। এসময়ৰ সুদৰ্শনা অভিনেত্ৰী নীলমৰ পৰা আৰম্ভ কৰি সংগীতা বিজলানীৰ পৰা সোমি আলীলৈকে বলিউডৰ প্ৰায় কেইবাগৰাকীও অভিনেত্ৰীৰ সৈতে চলমানৰ গোপন প্ৰেমৰ সম্পৰ্ক আছিল। ঐশ্বৰ্য ৰায়ে এই সকলো জানিও চলমান খানৰ সৈতে প্ৰেমত পৰিল। ইমানেই নহয় চলমানৰ ঘৰলৈ একাধিকবাৰ অহা-যোৱা কৰাৰ উপৰি এবাৰ পিক্‌নিকলৈও গৈছিল। চলমানেও ঐশ্বৰ্যক প্ৰায়ে লগ কৰাৰ উপৰি কেইবাবাৰো শ্বুটিং সমাপ্ত নোহোৱালৈকে বাহিৰত ঐশ্বৰ্যৰ বাবে অপেক্ষা কৰিছিল। এইদৰে নিজ পৰিয়ালৰ তীব্ৰ বিৰোধিতা সত্বেও দুয়োৰো মাজত থকা প্ৰেম অধিক গভীৰ হৈ পৰিছিল। কিন্তু হঠাতে দুয়োৰো মাজত থকা প্ৰেমত ফাঁট মেলিল।

## খলনায়ক চলমান

চলমান খানে তেওঁ প্ৰথম গৰাকী প্ৰেমিকা তথা ক্ৰিকেটাৰ আজহাৰউদ্দিনৰ বৰ্তমানৰ পত্নী সংগীতা বিজলানীৰ ওপৰত নিয়মিতভাৱে অত্যাচাৰ চলাইছিল। কেৱল সেয়াই নহয়, সংগীতাৰ পাছত চলমানে তেওঁৰ দ্বিতীয়গৰাকী প্ৰেমিকা সোমি আলীকো নিয়মিতভালে মাৰধৰ কৰিছিল। এবাৰ খলনায়ক গুলশন গ্ৰোভাৰৰ সৈতে সোমি আলীয়ে ফুৰা-চকা কৰি থকা অৱস্থাত ধৰা পেলাই চলমানে সোমিক গুলশনৰ চকুৰ সন্মুখতে বেয়াকৈ মাৰপিট কৰিছিল। এবাৰতো এটা পাৰ্টি চলি থকা অৱস্থাতে চলমানে সোমিৰ মূৰত বিয়েৰ ঢালি দিছিল। ইয়াৰ কাৰণ আছিল চলমানৰ অনুমতি নোলোৱাকৈ সেইদিনা সোমিয়ে তেওঁৰ বন্ধুবৰ্গৰ সৈতে উক্ত ডিস্ক'পাৰ্টীলৈ গুচি গৈছিল।

জোধপুৰত সুৰজ বৰজাত্যাৰ ছবি 'হাম সাথ সাথ হ্যায়'ৰ চিত্ৰ গ্ৰহণ চলি থকা সময়ত চলমান খানে সুৰাপান কৰি নিচাত ডুব গৈ টাবু আৰু সোণালী বেন্দ্ৰেক জোৰ কৰি লগত লৈ গৈ অবৈধভাৱে কলা হৰিণ চিকাৰ কৰিছিল। যাৰ ফলত চলমানৰ লগত নিৰ্দোষী টাবু আৰু সোণালীয়েও এনিশা কটাবলগীয়া হৈছিল আৰক্ষীৰ লকআপত। সুৰজ বৰজাত্যাই এই ঘটনাৰ পাছত চলমানক ভৱিষ্যতে তেওঁৰ কোনো ছবিতে নলবলৈ সংকল্প লয়।

ঐশ্বৰ্য ৰায়ৰ বিষয় এটাক কেন্দ্ৰ কৰিয়েই এবাৰ এটা পাৰ্টি চলি থকা অৱস্থাতে প্ৰায় ২০০ লোকৰ সন্মুখতে সুভাষ ঘাইক মাৰধৰ কৰি বেয়াকৈ আহত

কৰিছিল চলমানে। অৱশ্যে পাছত চলমানে এই ঘটনাৰ বাবে সুভাষ ঘাইৰ ওচৰত ক্ষমা বিচাৰে।

'হাম দিল দে চুকে চনম' নামৰ ছবিখনৰ ক্লাইমেক্স দৃশ্যটোক কেন্দ্ৰ কৰিও যে কি নহৈছিল! এই ক্লাইমেক্স দৃশ্যটো সলনি কৰি ঐশ্বৰ্য ৰায়ৰ সৈতে অজয় দেৱগণৰ পৰিৱৰ্তে চলমান খানৰহে মিলন ঘটাব লাগে বুলি দাবী কৰি চলমানে ছবিখনৰ পৰিচালক সঞ্জয় লীলা বানচালীক বেয়াকৈ গালি-গালাজ কৰিছিল। চলমানৰ উক্ত ব্যৱহাৰৰ পোতক তুলিবলৈকে 'দেৱদাস' ছবিখনত সঞ্জয়ে ঐশ্বৰ্যক ৰাখি চলমানক আউট কৰি দিয়ে।

ঐশ্বৰ্য ৰায়ক যে চলমানে কিমানবাৰ মাৰধৰ কৰিছে তাৰ হিচাপ নাই। 'মহব্বৎ' নামৰ ছবিখনৰ চিত্ৰগ্ৰহণ হঠাতে য়াশ চোপ্ৰাই পিছুৱাই দিবলগীয়া হৈছিল। ঐশ্বৰ্যক মাৰধৰ কৰি তেওঁৰ চেহেৰাটোৰ চাব নোৱাৰা অৱস্থা এটা কৰি পেলাইছিল। ঐশ্বৰ্যৰ সেই চেহেৰা কেমেৰাৰ সম্মুখলৈ আনি চোপ্ৰাই ছবিখন ডুবাব বিচৰা নাছিল।

ঐশ্বৰ্যৰ দেউতাকে তেওঁলোকৰ ঘৰৰ দাৰোৱানক চলমানক কোনো কাৰণতে সোমাবলৈ নিদিবলৈ হুকুম দি থৈছিল। এবাৰ চলমানক দাৰোৱানজনে সোমাবলৈ নিদিয়াত চলমানে দাৰোৱানজনকেই কেৱল মাৰধৰ কৰাই নহয়, ঐশ্বৰ্যহঁতৰ ফ্লেটৰ দুৱাৰ ভাঙি পেলাইছিল।

চলমানে নিজৰ স্থিতি আৰু সোমি আলীৰ সৈতে থকা সম্পৰ্কৰ বিষয়ে সকলো জনায় ঐশ্বৰ্যলৈ এখন পত্ৰ প্ৰেৰণ কৰিছিল। পত্ৰখনত চলমানে উল্লেখ কৰি কৈছে — এইটো ঠিক যে সোমি আলী মোৰ প্ৰেমিকা আছিল। মই আমেৰিকালৈ গ'লে কেইবাবাৰো সোমিৰ সৈতে লগালগি হওঁ যদিও বিদেশত থকা মোৰ ব্যৱসায় চন্তালিবৰ বাবে সোমিক মই কেতিয়াও দায়িত্ব অৰ্পণ কৰা নাই। আনহাতে সোমিৰ ইমান যোগ্যতা নাই যে তেওঁ বিত্তীয় দিশ এটা চন্তালিব পাৰিব। আনহাতে ফেৰা আইন সম্পৰ্কত মুম্বাইৰ বাসভৱনৰ পৰা যিবোৰ নথি-পত্ৰ বাজেয়াপ্ত কৰা হৈছে সেই সকলোবোৰ আছিল সোমিৰ। ইয়াৰ লগত মোৰ কোনো সম্পৰ্ক নাই।

নাৰীৰ সংগ বিচৰা চলমানৰ বাবে নতুন কথা নহয়। চলমানো হ'ল 'পাৰফেক্ট প্লে বয়'। উদণ্ড তেওঁৰ স্বভাৱ। লাভাৰ বয় চলমান খানৰ নাৰী তালিকাত আৰু এটা নাম জড়িত হৈ পৰিছে, নামটো হ'ল অক্ষয় কুমাৰৰ পূৰ্ব প্ৰেমিকা শিল্পা।

# প্ৰেম পৰ্ব্বত ঋত্বিক ৰোশন

বলিউদৰ 'হাৰ্টথ্ৰব' বাদামী চকুৰ ল'ৰাজন দেশখনৰ প্ৰায় সকলো বয়সৰ ছোৱালীৰ, মহিলাৰো নয়নৰ মণি। ঋত্বিকৰ প্ৰেয়সী আছিল বৰ্তমানৰ পত্নী চুজান ৰোশন। ছুজান তেওঁৰ শৈশৱৰ প্ৰেয়সী। ট্ৰেফিক জামত ছুজানৰ স'তে প্ৰথম পৰিচয় হোৱা ঋত্বিকৰ মতে তেওঁৰ 'কহো না প্যাৰ হ্যেয়'ৰ প্ৰথমখিনিৰ দৰে তেওঁৰ ব্যক্তিগত প্ৰেম কাহিনী একে। ছুজান আছিল এগৰাকী মডেল। অৱশ্যে মডেল বিশ্বকে লৈ তেওঁ ব্যস্ত থকা নাছিল। তেওঁ আছিল 'কহো না প্যাৰ হ্যা'ৰ নায়ক জনাৰ প্ৰতিভাৰ আঁৰৰ নাৰী। দিলীপ কুমাৰ, ডিম্পল, শ্বাহৰুখ, অমিতাভ বচ্চন আদিৰ উপস্থিতিত সঞ্জয় খানৰ কন্যা ছুজান খানৰ সৈতে ঋত্বিক বিবাহ পাশত আবদ্ধ হয়। আনুষ্ঠানিক ভাবে নতুন জীৱনৰ পাতনি মেলে ঋত্বিকে। বিয়াৰ পাছতো কিশোৰ-কিশোৰী, যুৱতী সকলৰ মাজত ঋত্বিকৰ জনপ্ৰিয়তা কমা নাই। সম্প্ৰতি ঋত্বিকৰ প্ৰভাৱ বৰঞ্চ বাঢ়িছেহে। আজিও দেখা যায় টিভিৰ পৰ্দাত 'কহো না প্যাৰ হ্যেৰ' শীৰ্ষক গীতৰ দৃশ্য দেখিলে মাত নুফুটা জনীয়েও ঋত্বিকলৈ "ফ্লাইং কিছ্" দলিয়াই দিয়ে।

গতিকে দেখা যায় সকলোতে মাথো ঋত্বিকৰ ভক্ত। কিশোৰ - কিশোৰীহঁতৰ পঢ়া কোঠাৰ বেৰত ঋত্বিক ৰোশনৰ ছবি। প্ৰত্যেক কিশোৰ, কিশোৰী, যুৱক-যুৱতীৰ হৃদয়ত আছে ঋত্বিক ৰোশন। হিয়াত লিখা আছে ঋত্বিকৰ ঠিকনা। আজি ঋত্বিক ৰোশন মাত্ৰ এটি নাম নহয় এটি অনুষ্ঠানলৈ পৰ্যবসিত। ঋত্বিক নিউ চেনচেচন। ঋত্বিক-ছুজান বলিউডৰ আদৰ্শ দম্পতী।

# বলিউডৰ আদৰ্শ দম্পতী

অতি বিচিত্ৰময় বলিউডৰ ফিল্ম জগতখন। বিয়া কৰাই সুখৰ সংসাৰ পাতি থকা দম্পতী খুব কমেহে আছে। বলিউডৰ প্ৰেমৰ আদৰ্শ যুটী বা আদৰ্শ দম্পতী

হ'ল জয়া-অমিতাভ। অমিতাভক লৈ জয়া বচ্চন বেচ সুখী। প্ৰেম-ৰোমাঞ্চৰে বলিউডৰ সুখী সংসাৰ কৰা দম্পতী হ'ল শ্বাহৰুখ খান-গৌৰী। গৌৰী হিন্দু গাভৰু। সুখৰ সংসাৰ অন্য এটি যুটী হ'ল 'চকলেট হিৰ' আমিৰ খান-ৰীণা বক্সী। ৰীণা বক্সীও এগৰাকী হিন্দু নাৰী।

শ্বাহৰুখ-গৌৰী, আমিৰ-ৰীণা বলিউডৰ প্ৰেমৰ বিৰল দৃষ্টান্ত। হিন্দু-মুছলমানৰ সংঘৰ্ষইও দুয়োটা দম্পতীক স্পৰ্শ কৰিব পৰা নাই। আচলতে আমিৰ আৰু শ্বাহৰুখ সৎ চৰিত্ৰৰ পুৰুষ। প্লেবয় ইমেজ তেওঁলোকৰ নাই। অভিনয়ৰ ক্ষেত্ৰতো চিৰিয়াছ। অভিনয়ত টেলেণ্টো আছে। তাতে সুদৰ্শনো। সেইদৰে অজয়-কাজল, ঋত্বিক-ছুজান, আশুতোষ-ৰেণুকা, অক্ষয়-টুইংকল বলিউডৰ ফিল্ম ইণ্ডাষ্ট্ৰিৰ আদৰ্শ দম্পত্তী। শেহতীয়াকৈ আমিৰ খান আৰু ৰীণা বক্সীৰ সম্পৰ্কত ফাঁট মেলিছে।

# চিনে তাৰকা আৰু ক্ৰিকেট তাৰকাৰ প্ৰেম

প্ৰেমৰ আকৰ্ষণ বিশ্বজোৰা। প্ৰেম, ৰোমাঞ্চ, বিবাহ বিষয়টো বিশ্বজনীন বিষয়। চেণ্ট পাৰচেণ্ট পুৰুষে এগৰাকী সুন্দৰী নাৰীৰ সৈতে প্ৰেম কৰিব বিচাৰে, বিবাহ পাশত আবদ্ধ হ'ব বিচাৰে। সেইদৰে নাৰীৰ ক্ষেত্ৰতো ইয়াৰ ব্যতিক্ৰম নহয়। 'নাৰীৰ উন্নতিত নাৰীৰ সলনি পুৰুষ আৰু পুৰুষৰ উন্নতিত নাৰী'— কথাষাৰ সকলোৰে গ্ৰহণযোগ্য।

ক্ৰিকেটক কোৱা হয় 'হাৰ্ড গেম উইথ এ হাৰ্ড বল।' বৰ্তমান যুগত ক্ৰিকেট এক ৰোমাঞ্চক, শিহৰণকাৰী তথা বেছি জনপ্ৰিয় খেল। ক্ৰিকেট জগতৰ গ্লেমাৰ কিংসকল আৰু অভিনয় জগতৰ গ্লেমাৰ কুইনসকলৰ মাজত সঘনে হোৱা প্ৰেম, ৰোমাঞ্চ, বিবাহ বৰ্তমান যুগৰ অন্যতম চৰ্চিত বিষয়। ক্ৰিকেট ইতিহাসত বহুকেইজন জনপ্ৰিয় ক্ৰিকেটাৰে নাৰী আৰু প্ৰেম সংক্ৰান্তত সংবাদ মাধ্যমৰ শিৰোনামা দখল কৰি আহিছে। বহুতে প্ৰেম প্ৰসংগৰ মাজত প্ৰৱেশ কৰি হাবু-ডুবু খাইছে, বহুতে প্ৰেৰণা পাইছে, বহুতে যুগ্ম জীৱন আৰম্ভ কৰিছে। বহুতে আকৌ বিতৰ্কৰ মাজত সোমাই নিজৰ কেৰিয়াৰতো কলঙ্ক সানিছে। ভিভিয়ান ৰিচাৰ্ডছ-নীনা গুপ্তা,

আজাহাৰুদ্দিন-সংগীতা বিজলানী, মনচুৰ আলিখান-শৰ্মিলা ঠাকুৰ, মহচিন খান-ৰীণা ৰয়, ইমৰাণ খান-জিনত আমান, সন্দীপ পাটিল-দেবশ্ৰী ৰয়, ৰাণাতুংগা-পুনম ধীলন, সৌৰভ-নাগমা, মাধুৰী-জাদেজা, ৰবীনা-ৰাহুল আদিৰ সফল-অসফল প্ৰেম ক্ৰিকেট ইতিহাসৰ এক মচিব নোৱাৰা অধ্যায়।

# শৰ্মিলা ঠাকুৰ আৰু মনুচৰ আলি খানৰ প্ৰেম

১৮৬৬-৬৭ চন। জনপ্ৰিয় ক্ৰিকেটাৰ আৰু জনপ্ৰিয় অভিনেত্ৰীৰ মাজত প্ৰেম সম্পৰ্কৰ আৰম্ভণি। ভাৰতীয় ক্ৰিকেট দলৰ অধিয়ানক মনচুৰ আলি খান পাটাউদি আৰু সেই সময়ৰ বলিউডৰ জনপ্ৰিয় অভিনেত্ৰী শৰ্মিলা ঠাকুৰৰ প্ৰেমে সংবাদ মাধ্যমকো আকৰ্ষণ কৰিলে। ক্ৰিকেটাৰ আৰু বোলছবি নায়িকাৰ প্ৰেম ৰোমাঞ্চৰ যুটীয়ে ক্ৰিকেট ইতিহাসত এক নতুন অধ্যায়ৰ সৃষ্টি কৰিলে। দুয়োৰে এই মধুৰ সম্পৰ্ক প্ৰেম ৰোমাঞ্চতে সীমাবদ্ধ নাথাকি এদিন পবিত্ৰ বিবাহলৈ পৰিণত হৈছিল। মনচুৰ-শৰ্মিলাৰ প্ৰেম পৰ্বৰ পাছত পৰৱৰ্তী সময়ত ক্ৰিকেটৰ গ্লেমাৰ আৰু চলচ্চিত্ৰ গ্লেমাৰৰ মাজত প্ৰেম-প্ৰণয়- বিবাহ হোৱাটো পৰম্পৰাৰ দৰে হৈ পৰিছিল।

সত্তৰ দশকত ৰূপালী পৰ্দাত অভিনয়েৰে খলকনি তোলা অভিনেত্ৰীসকলৰ অন্যতম শৰ্মিলা ঠাকুৰ। শেহতীয়াভাৱে 'ধৰকণ' ছবিত দৰ্শকৰ সন্মুখলৈ অহা শৰ্মিলাৰ হৃদয়ত প্ৰেমৰ 'ধৰকণ' আৰম্ভ হৈছে। নিজৰ বৃদ্ধ বয়সৰ কথা পাহৰি গ'ল শৰ্মিলাই। এম কে পাটাউদিৰ লগত সংসাৰৰ জ্বালা-যন্ত্ৰণাত শৰ্মিলা বৰ্তমানে অতিষ্ঠ। হয়তো সেই জ্বালা যন্ত্ৰণাৰ মাজতে অলপমান হৃদয়ৰ উম বিচাৰি দৌৰি গৈছে পূৰ্বৰ সহকৰ্মী ৰাজেশ খান্নাৰ ওচৰলৈ। হয়তো বৃদ্ধ বয়সত অলপমান নষ্টালজিয়া, যাৰ মাজত সংসাৰক পাহৰি যোৱাৰ অন্য এক প্ৰয়াস।

# অঞ্জু মহেন্দ্ৰ আৰু গেৰী চোৰ্বাছৰ প্ৰেম

প্ৰেমৰ যুটী হ'ল এফালে ৱেষ্ট ইণ্ডিজ দলৰ অধিনায়ক — 'গেৰী চোৰ্বাছ' আৰু জনপ্ৰিয় মাৰাঠী অভিনেত্ৰী 'অঞ্জু-মহেন্দ্ৰ। ১৯৬৭ চনৰ কথা। বোম্বে টেষ্টৰ

সময়। ভাৰত ভ্ৰমণলৈ আহোতে গেৰী চোৰ্বাছ আৰু অঞ্জু-মহেন্দ্ৰৰ মাজত চাৰি চকুৰ মিলন হয়। চকুৰ মিলনে পৰস্পৰৰ মাজত হৃদয় মিলনৰ বাট সুগম কৰিলে। হৃদয় মিলনত পাপ নিহিত হৈ নাথাকে। হৃদয়ে হৃদয় বিচাৰেই। গেৰী চোৰ্বাছ-অঞ্জুৰ প্ৰেমত এনেদৰে অন্ধ হ'ল যে এটা পাৰ্টিত চোৰ্বাছে অঞ্জুক আঙুঠি পিন্ধাই বিবাহৰ প্ৰ'পজেল এটাকে দি পেলালে। অৱশ্যে এই প্ৰেম, ৰোমাঞ্চ আছিল ক্ৰিকেট খেলৰ ছিৰিজৰ দৰেই খন্তেকীয়া। ছিৰিজৰ সামৰণি পৰাৰ লগে লগে এই প্ৰেমৰো যৱনিকা পৰিল।

# সাৰিকা আৰু কপিল দেৱৰ প্ৰেম

প্ৰেমে কেতিয়া কাৰ বুকুত আহি কলিজা কামোৰে কোনো ঠিক নাই। ১৯৮০ চনৰ কথা। অতি কম সময়তে কপিল দেৱে আন্তঃৰাষ্ট্ৰীয় ক্ৰিকেটত প্ৰবেশ কৰিলে। ৰ'দে পোৰা ক্ৰিকেট গ্ৰাউণ্ডত দুৰন্ত ক্ৰিকেটাৰ হোৱাৰ দৰে কপিলৰ কোনোবা শুভ্ৰ জ্যোৎস্নাসনা যামিনীত দুৰন্ত প্ৰেমিক হ'বৰ মন গ'ল। খামুচী ধৰিব পৰা কোনোবা চেনেহীৰ লাহি কঁকালটি চুই চাবৰ মন গ'ল। কপিল কাষ চাপিল সাৰিকাৰ। সেই সময়ৰ বলিউডৰ জনপ্ৰিয় অভিনেত্ৰী সাৰিকা। কপিল-সাৰিকাৰ প্ৰেমে সংবাদ মাধ্যম চুলেগৈ। অৱশেষত ৰামীৰ সৈতে কপিলৰ বিয়া হৈ যোৱাত কপিল-সাৰিকাৰ প্ৰেমৰ ইতি পৰে। খোলা স্বভাৱৰ হোৱা বাবে ৰামীক কপিলৰ ভাল লাগে। দুয়ো বৰ্তমান সুখী দম্পতি।

# ৰীণা ৰয় আৰু মহচিন খানৰ প্ৰেম

যাক কোৱা হয় হিন্দুস্তান-পাকিস্তানৰ প্ৰেম। পাকিস্তানী জনপ্ৰিয় ক্ৰিকেটাৰ মহচিন খান আৰু বলিউডৰ জনপ্ৰিয় নায়িকা ৰীণা ৰয়ৰ মাজত এক মধুৰ সম্পৰ্ক গঢ় লৈ উঠিছিল। পৰস্পৰৰ প্ৰেমে বিবাহৰো মুখ দেখিছিল। দুয়োৰে প্ৰেম আছিল দীৰ্ঘদিনীয়া, কিন্তু প্ৰেম-বিবাহ আছিল খন্তেকীয়া। ভাৰত ভ্ৰমণলৈ অহা মহচিন হেনো ভাৰতীয় নাৰীৰ সৌন্দৰ্যত একেবাৰে পাগল। বহুতৰ মতে আকৌ মহচিন খানক পাগল কৰি তুলিছিল ৰীণা ৰয়ৰ প্ৰেমে।

# অমৃতা সিং আৰু ৰবি শাস্ত্ৰীৰ প্ৰেম

প্ৰেম, ৰোমাঞ্চ বিবাহ-বিচ্ছেদ আছে বাবেই জীৱন ৰোমাঞ্চকৰ। ১৯৮৫ চনত অষ্ট্ৰেলিয়াত অনুষ্ঠিত বেনচন এণ্ড হেজেচ্ছ চিৰিজত ৰবি শাস্ত্ৰীয়ে 'ছেম্পিয়ন অৱ ছেম্পিয়নছ' লাভ কৰাৰ পাছত তেওঁ সংবাদ পত্ৰৰ শিৰোনামা দখল কৰি উচ্চ শিখৰত উপনীত হ'ল। সেই সময়ত ৰবি শাস্ত্ৰী বন্দী হ'ল বোলছবি নায়িকা অমৃতা সিঙৰ প্ৰেমত। শাস্ত্ৰীৰ প্ৰত্যেক খেলতে অমৃতা উপস্থিত থাকি তেওঁক প্ৰেৰণা দি গ'ল। পৰস্পৰৰ প্ৰেম গাঢ়ৰ পৰা অধিক গাঢ়তৰ হৈ পৰিল। পৰস্পৰৰ সম্পৰ্ক দীৰ্ঘদিন ধৰি চলিল। দুয়োৰে সম্পৰ্কই সংবাদ মাধ্যমত হৈ-চৈৰ সৃষ্টি কৰিলে। এই সম্পৰ্কই ৰবি শাস্ত্ৰীৰ কেৰিয়াৰতো আঘাত হানিলে। সি যি নহওক এটা সময়ত অমৃতাই নিজেই এই মধুৰ সম্পৰ্কৰ বিচ্ছেদ ঘটায়।

# সঙ্গীতা আৰু আজাহাৰৰ প্ৰেম

'শক্তি আৰু ধনৰ বলত পুৰুষে পৃথিৱী শাসন কৰে, ৰূপ আৰু যৌৱনেৰে নাৰীয়ে শাসন কৰে পুৰুষক।' ভাৰতীয় ক্ৰিকেট ইতিহাসত আজাহাৰউদ্দিন আৰু সংগীতা বিজলানীৰ প্ৰেমৰ স্থান তুংগত। ভাৰতীয় ক্ৰিকেট দলৰ এসময়ৰ অধিনায়ক মহম্মদ আজাহাৰউদ্দিন আৰু বলিউডৰ জনপ্ৰিয় অভিনেত্ৰী তথা সুন্দৰী নাৰী সংগীতা বিজলানীৰ মাজত গঢ়ি উঠা প্ৰেমে এটা সময়ত বাৰুকৈয়ে হৈ-চৈ লগাইছিল। সংগীতাই আজাহাৰউদ্দিনৰ হৃদয়ত যিদৰে প্ৰেমৰ ধুমুহা তুলিছিল সেইদৰে জনসাধাৰণৰ মাজত কোলাহল সৃষ্টি কৰিছিল আজাহাৰউদ্দিনৰ পত্নী নৌৰিণে। অৱশেষত সকলো বিতৰ্কৰ অন্ত পেলাই আজাহাৰউদ্দিনে সংগীতাক বিয়া কৰাই যুৰীয়া জীৱনৰ পাতনি মেলে।

ভাৰতীয় ক্ৰিকেটৰ প্ৰাক্তন অধিনায়ক তথা মেচফিক্সিং কেলেংকাৰীত দোষী হৈ চিৰজীৱনলৈ ক্ৰিকেটৰ পৰা আঁতৰি থকাৰ শাস্তি লাভ কৰা মহম্মদ আজাহাৰউদ্দিনৰ এগৰাকী সুন্দৰী পত্নী নৌৰিন আৰু দুটা সন্তান আব্বাছ আৰু আয়াজ থকাৰ পিছতো বলিউডৰ অভিনেত্ৰী আৰু মডেল সংগীতা বিজলানীৰ

সৈতে হিয়া-দিয়া-নিয়া চলে। উচ্চাকাংক্ষী সংগীতাৰ প্ৰেমৰ জালত পৰি আজাহাৰে নৌৰিণক বিচ্ছেদ ঘটাই সংগীতাক বুকুৰ মাজলৈ চপাই আনে। আজাহাৰে অধিক ধন আৰ্জনৰ লালসাত মেচ ফিক্সিঙৰ দৰে জঘন্য কেলেংকাৰীত জড়িত হৈ সৰ্বনাশ মাতি আনিছিল।

# দেবশ্ৰী ৰায় আৰু সন্দীপ পাটিলৰ প্ৰেম

প্ৰেমে নিজৰ ক্ৰিকেট কেৰিয়াৰত প্ৰভাৱ পেলোৱা এজন ক্ৰিকেট তাৰকা হ'ল শ্ৰেষ্ঠ অলৰাউণ্ডাৰ সন্দীপ পাটিল। বংগল জনপ্ৰিয় অভিনেত্ৰী দেবশ্ৰী ৰায়ৰ লগত হোৱা প্ৰেম প্ৰসংগই পাটিলৰ ক্ৰিকেট জীৱনত যথেষ্ট প্ৰভাৱ পেলায়। অৱশ্যে এই প্ৰেম বেছি দিন নিটিকিল।

# নীনা গুপ্তা আৰু ভিভ্ ৰিচাৰ্ডছৰ প্ৰেম

নাৰীৰ জীৱনত বিবাহৰ গুৰুত্ব কিমান? অভিনেত্ৰী নীনা গুপ্তাৰ বাবে শূন্য। জীৱনত সুখী আৰু সফল হোৱাৰ বাবে বিবাহৰ কোনো প্ৰয়োজনীয়তা অনুভৱ নকৰে নীনাই। অবিবাহিত আৰু অকলশৰীয়া জীৱনেই সুখৰ আধাৰ বুলি ভাবে নীনাই। 'পুৰুষৰ স'তে বিবাহপাশত আবদ্ধ হৈ সাংসাৰিক জীৱন-যাপন কৰাটো নাৰীৰ বাবে অপৰিহাৰ্য বুলি মই মুঠেও নাভাবো। বিবাহ নকৰাকৈয়ে পুৰুষৰ অবিহনে জীৱন-যাপন কৰি মই অত্যন্ত সুখী। অবিবাহিত বাবেই মোৰ ব্যক্তিগত। স্বাধীনতাত কোনেও হস্তক্ষেপ কৰিব পৰা নাই। নিজ ইচ্ছামতে জীৱনটো উপভোগ কৰিছো — নিজ ইচ্ছা মতে কেৰিয়াৰ গঢ়িছো আৰু বিচৰা মতে জীৱনত সফল হ'ব পাৰিছো। মই মুঠতে সম্পূৰ্ণ স্বাধীন নাৰী, সুখী আৰু সফল নাৰী।' —নীনাই এইদৰে কয়। অবিবাহিতা হৈয়ো ক্ৰিকেট খেলুৱৈ ভিভ ৰিচাৰ্ডছৰ সন্তানৰ মাতৃত্ব অৰ্জন কৰা নীনাই কয় যে সন্তান এটি প্ৰয়োজন অনুভৱ কৰা বাবেই তেওঁ মাতৃত্ব অৰ্জন কৰিছিল। 'সন্তান এটিৰ প্ৰয়োজনীয়তা মই অনুভৱ কৰো, কিন্তু তাৰ বাবে বিবাহ কৰাতো প্ৰয়োজন বুলি নাভাবো। সেই বাবেই মই অবিবাহিত হৈয়ে গৰ্ভধাৰণ

কৰিছিলো। এতিয়া সন্তানটিৰ স'তে মই সম্পূৰ্ণ সুখৰে জীৱন-যাপন কৰিছো।' টেলিভিছনৰ কে'বাখনো জনপ্ৰিয় ধাৰাবাহিকৰ নিৰ্দেশিকা, অভিনেত্ৰী নীনাৰ মতে "অবিবাহিতা নাৰীসকলে বিবাহিতা নাৰীৰ তুলনাত অধিক স্বাধীনচিতীয়া আৰু সুখৰে জীৱনটো উপভোগ কৰিব পাৰে।"

নীনাৰ দৰেই ভিভৰ চৰিত্ৰ। উদ্দাম-আনন্দেৰে তেওঁ নীনাৰ লগত স্ফূৰ্ত্তিত মত্ত। কোনো লুক-ঢাক নাই। ১৯৮৮ চনৰ নবেম্বৰত নীনা 'কুমাৰী মাতৃ' হয়। জন্ম হয় 'মাছাবাৰ'ৰ। ১৯৯৪ চনৰ ১২ ফেব্ৰুৱাৰীৰ দিনা সকলোৰে সন্মুখত ভিভে স্বীকাৰ কৰে, 'ময়েই মাছাবাৰ পিতৃ। মোৰ সৈতে নীনাৰ দেহমিলনৰ ফলতেই এইৰ জন্ম হৈছে।' এই ক্ষেত্ৰত নীনাও বহু পৰিমাণে সাহসী। 'কুমাৰী মাতৃ' নীনাৰ মন্তব্য হ'ল — 'মাছাবাৰ আকাশৰ পৰা সৰি পৰা নাই। এইৰ জন্মৰ আঁৰত এজন পুৰুষ আছে। তেওঁৰ নাম ভিভ। মই কোনো 'মিচফিট' পুৰুষক বিয়া কৰাই জীৱনটো ধ্বংস কৰিব নিবিচাৰো। সেইবোৰ ঝামেলাত মই নাই। অন্যহাতে সন্তানৰ বাবে আৰু কিমানদিন অপেক্ষা কৰিম? সেয়ে 'কুমাৰী মাতৃ' হোৱাৰ সিদ্ধান্ত লওঁ।'

# অভিনেত্ৰী নীনা গুপ্তা 'কুমাৰী মাতৃ' হোৱাৰ কাহিনী

১৯৮৮ চনৰ ৩১ ডিচেম্বৰ। পোহৰত জিলমিলাইছে কলিকতা চহৰ। কলিকতাৰ 'চাহেব পাৰা' তেতিয়া 'নিউইয়াৰ্চ ইভ'ৰ স্ফূৰ্তিত মত্ত। তেনে সময়তেই এখন চকচকীয়া গাড়ী আহি ৰ'ল 'চেটাৰডে ক্লাব'ৰ সন্মুখত। হাতত ধৰাধৰিকৈ গাড়ীৰ পৰা নামিল ভিভিয়ান ৰিচাৰ্ড আৰু নীনা গুপ্তা। কিন্তু ক্লাবত হ'লে নোসোমাল। কাৰণ ভিভে টাই পিন্ধি অহা নাই। সেইবুলিয়েই জানো এনে এটি নিশা অথলে যাব! ভিভৰ হাতত ধৰি নীনাই ক'লে— 'বলা টালি ক্লাবলৈ যাওঁ।' সেই নিশাটো ভিভ আৰু নীনাই টালিক্লাবতে কটাই দিলে উদ্দাম-আনন্দেৰে। ইয়াৰ পিচতো আৰু দেৰ-দুইমাহ ভিভে কটাইছিল নীনাৰ উষ্ণ শৰীৰৰ সান্নিধ্যত। ভিভ গুচি যোৱাৰ পিচত গম পোৱা গ'ল নীনাৰ দেহৰ ভিতৰত বাঢ়ি আহিছে

আৰু এটি প্ৰাণ। মানুহে কৈ উঠিল — 'ঘটনা কি?' নীনাই একেবাৰে টিঙিৰি তুলা হৈ কৈ উঠিল— "মই ভিভৰ লগত শুইছো, তোমালোকৰ কি হৈছে? তোমালোকে জ্বলিছা কিয়?"

দিল্লীৰ যুৱতী নীনাৰ জীৱনৰ আৰম্ভণীৰে পৰাই গঢ়ি উঠিছিল নানা কাহিনী। নেচনেল 'স্কুল অৱ ড্ৰামা'ত থকা সময়তেই নীনাই তেওঁৰ উদ্দাম জীৱনৰ সঙ্গী কৰি লৈছিল একাধিক পুৰুষক। পিচত অভিনয় কৰিবলৈ আহি প্ৰথমেই নাম জড়িত কৰালে শ্যাম বেনেগালৰ লগত। কিন্তু শ্যামৰ বাঁহীৰ সুৰ কম দিনৰ ভিতৰতে শূন্য হৈ গ'ল। কিন্তু সেই বুলিয়েই জানো নীনাৰ ওচৰত পুৰুষ নেথাকিব নেকি? এইবাৰ আহিল ওম পুৰী। কিন্তু তেৰোঁ টিকিব নোৱাৰিলে। নীনাই ইয়াৰ পিছত অন্য পুৰুষ বিচাৰিবলৈ ধৰিলে। তেনে সময়তেই পৰিচয় হ'ল পণ্ডিত যশৰাজ পুত্ৰ সংগীত পৰিচালক শাৰঙ্গদেৱৰ লগত। দুটি শৰীৰৰ ঘৰ্ষণত জ্বলি উঠিল কামনাৰ দাবানল। আঠ বছৰ ধৰি শাৰঙ্গদেৱৰ লগত পশ্চিম মুম্বাইৰ এটি ফ্লেটত 'লিভ টুগেদাৰ' আৰম্ভ কৰিলে নীনাই। কোনোৱে বেঁকা চকুৰে চালে নীনাই চিধা চকুৰে উত্তৰ দিয়ে — 'ময়োতো তেজ মঙহৰহে মানুহ, মোৰোতো শৰীৰ-মনৰ চাহিদা আছে। সেয়ে পুৰুষৰ সৈতে মোৰ এই সম্পৰ্ক।'

ৱেষ্ট ইণ্ডিজ দলৰ বিধ্বংসী বেটছমেন ভিভ ৰিচাৰ্ডৰ সৈতে নীনাৰ চকুৰ চিনাকি হৈছিল ৮৭ চনৰ শেষৰ ফালে। নীনা সাজু হৈয়েই আছিল। আনহাতে ভিভো কম নহয়। ক্ৰিকেটৰ লগে লগে শৰীৰ খেলাতো তেওঁ ওস্তাদ। ইংলেণ্ড কাউণ্টি ক্ৰিকেট খেলাৰ সময়ত সবল নোমাল বাহুৰ আমন্ত্ৰনেৰে ক'ত নাৰীক টানি আনিছে, আদৰ কৰিছে তাৰ সীমা সংখ্যা নাই। ঠিক নীনাৰ দৰেই ভিভৰ চৰিত্ৰ। ভিভে নিবিচাৰে নীনাৰ গৰ্ভলৈ সন্তান আহক। আকৌ সন্তান অহাৰ পিচতো কোনো আপত্তি নাই। '৮৮ চনৰ নৱেম্বৰ মাহত জন্মে ভিভ-নীনাৰ ছোৱালী মাছাবাৰ। এই কথা নীনাই প্ৰথমেই স্বীকাৰ কৰিছিল। পুনৰ '৯৪ত ভাৰত ভ্ৰমণলৈ আহি ১২ ফেব্ৰুৱাৰীৰ দিনা ভিভ নীনাৰ ফ্লেটলৈ যায়। তাকেই সকলোৰে সন্মুখত ভিভে— স্বীকাৰ কৰে— 'ময়েই মাছাবাৰ পিতৃ। মোৰ সৈতে নীনাৰ দেহমিলনৰ ফলতেই এইৰ জন্ম হৈছে।' সিদিনাখন ভিভৰ সাহস দেখি সকলো আচৰিত হৈছিল। বিবাহ বহিৰ্ভূত সন্তানৰ প্ৰতি দায়িত্ব পালনত ভিভে কেতিয়াও কাৰ্পণ্য কৰা নাই। ভিভ ৰিচাৰ্ডতকৈও বেছি সাহসী নীনা গুপ্তা। কুমাৰী মাতৃ নীনাই স্পষ্টভাবেই কয়—'মাছাবা

ক'ৰ পৰা আহিল জানিব বিচাৰিছে? বুজিব পাৰিছেই— তাই আকাশৰ পৰা সৰি পৰা নাই। এই জন্মৰ আঁৰত, এজন পুৰুষ আছে। তেওঁৰ নাম ভিভ।'

অন্য এজন সাংবাদিকৰ প্ৰশ্ন — 'কিন্তু আপুনি ভিভক বিয়া নকৰোৱাকৈয়ে তেওঁৰ সন্তানৰ মাতৃ হ'ল কিয়?'

নীনাৰ উত্তৰ — 'চাওক, কোনো 'মিচফিট' পুৰুষক বিয়া কৰাই জীৱনটো মই ধ্বংস কৰিব নিবিচাৰো। সেইবোৰ ঝামেলাত মই নাই। অন্যহাতে সন্তানৰ বাবে আৰু কিমানদিন অপেক্ষা কৰিম? সেয়ে কুমাৰী 'মা' হোৱাৰ সিদ্ধান্ত লওঁ।

'সেইবুলি লোকলজ্জাৰ কথা একেবাৰে ভবা নাই?'

'লোকলজ্জা আকৌ কি? ইয়াত লাজৰ কি কথা আছে? এই দেশত কুমাৰী অৱস্থাত মাতৃ হোৱাৰ ঘটনা প্ৰায়ে ঘটে। মাথো ঘটনাবোৰ জনাজনি নহয়। মই ইচ্ছা কৰিলেই অপাৰেচন কৰিব পাৰিলোহেঁতেন। অথবা অন্য কোনো ঠাইলৈ গৈ সন্তান জন্ম দিব পাৰিলোহেঁতেন। মই তেনে কৰা নাই নীতিগত কাৰণতে।'

# জিনত আমন আৰু ইমৰাণ খানৰ প্ৰেম

ক্ৰিকেটাৰ ইমৰাণ খান এসময়ত সমগ্ৰ বিশ্বৰ মহিলাসকলৰ বাবে আছিল নয়নৰ মণি। গ্ৰীক ভাস্কৰ্যৰ দৰে শৰীৰ, প্ৰবল পৌৰুষত্ব আৰু শক্তিশালী ব্যক্তিত্বৰে সৰ্বত্ৰলোকৰ সুন্দৰী নাৰীসকলৰ হৃদয় জয় কৰিছিল পাকিস্তানী ক্ৰিকেট তাৰকা গৰাকীয়ে।

১৯৮২-৮৩ চনৰ ভাৰত-পাকিস্তানৰ ছিৰিজৰ সময়ত বিশ্বৰ অন্যতম শ্ৰেষ্ঠ অলৰাউণ্ডাৰ, পাকিস্তানৰ অধিনায়ক ইমৰাণ খান আৰু বলিউডৰ মোহময়ী অভিনেত্ৰী জিনত আমনৰ মাজত প্ৰেমৰ সম্পৰ্ক গঢ়ি উঠিছিল। জিনত আমন আছিল সেই সময়ৰ ভাৰত-পাকিস্তান ছিৰিজত ইমৰাণৰ প্ৰেৰণা। অৱশ্যে ছিৰিজ অন্ত পৰাৰ লগে লগে এই প্ৰেম ৰোমাঞ্চৰো ইতি পৰে।

# সৌৰভ নাগমা

**প্ৰেম-ৰোমাঞ্চ, খণ্ডেকীয়া মোহ আদিৰে বিতৰ্কৰ টৌতোলা ক্ৰিকেট তাৰকা আৰু বলিউদৰ নায়িকাৰ 'এপিছ'ড'টোত নতুনকৈ স্থান পাইছিল সৌৰভ গাংগুলী**

আৰু নাগমাৰ নাম। অধিনায়ক সৌৰভ গাংগুলীয়ে প্ৰেমত পৰি বিবাহ কৰাইছিল ডোনাক। কিন্তু সৌৰভ-ডোনাৰ সংসাৰত আউল লগাই প্ৰৱেশ কৰিছে বলিউডৰ অভিনেত্ৰী নাগমাই। সৌৰভ-নাগমাই একেলগে শ্ৰীকলহস্তী শিৱমন্দিৰত পূজা দিবলৈ যোৱা ঘটনাই সংবাদ মাধ্যমত চাঞ্চল্যৰ সৃষ্টি কৰিছিল। ৰোমাঞ্চৰ ষ্টেডিয়ামত সৌৰভৰ শ্বট্ আজি নাগমাৰ দিশত।

সেইদৰে অভিনেত্ৰী আৰু খেলুৱৈ ৰোমাঞ্চৰ জগতখনত মাধুৰী-অজয় জাদেজা, ৰবীনা টেণ্ডন-ৰাহুল দ্ৰাবিড়, মহিমা লিয়েণ্ডাৰ পেজ আদিৰ নামো জড়িত। বহুতো ক্ৰিকেটাৰৰ বাবে আকৌ প্ৰেমত পৰাটো এটা চখৰ বিষয়। বহুতে আকৌ গ্লেমাৰ বঢ়াবৰ বাবেই গ্লেমাৰ সুন্দৰীৰ পাছ লয়। বহু সুন্দৰীৰ বাবে ক্ৰিকেটৰ তাৰকাৰ লগত প্ৰেম ৰোমাঞ্চ এটা ফেশ্বনেই হৈ পৰিছে।

কুকুৰাই কণী এটা প্ৰসৱ কৰিলে এনেদৰে গগনফলা চিঞৰ দুটামান দিয়ে যেন পৃথিৱী খনহে প্ৰসৱ কৰিলে। বৰ্ত্তমান বলিউদৰ তাৰকাই ক্ৰিকেটৰ তাৰকাৰ পাছ লৈ প্ৰেম ৰোমাঞ্চেৰে হৈ চৈ লগোৱাটো কুকুৰাই কণী পৰাৰ নিচিনাই হৈছে। আইনষ্টাইনৰ ভাষাত — "নতুনত্বক লৈ হৈ চৈ সৃষ্টি কৰাটো নাৰীৰ এটা ফেশ্বন।"

যি কি নহওক বলিউদৰ তাৰকাই 'মিচফিট' পুৰুষক নিশ্চয় বিয়া নকৰাই। নীনাই কোৱাৰ দৰে 'কোনো মিচফিট পুৰুষক বিয়া কৰাই জীৱনটো ধ্বংস কৰিব নিবিচাৰো।'

বৰ্তমান যুগত বেছি চৰ্চিত বিষয়টো হ'ল প্ৰেম। ক্ৰিকেটৰ আৰু বোলছবি জগতৰ নায়িকাৰ মাজত সঘনে প্ৰেম বিচ্ছেদ আদি ঘটনালৈ লক্ষ্য কৰি ক'ব পাৰি যে ৰূপৰ লগত অন্তৰৰ মৌ নাথাকিলে প্ৰেমত গভীৰতা নাথাকে। কেৱল হেঙুলীয়া ওঁঠৰ মদিৰাই প্ৰেমৰ মাদকতা বঢ়াব নোৱাৰে। প্ৰেমক বিশ্লেষণ কৰি চোৱা দাৰ্শনিক লা-ৰোকো'ৰ প্ৰেম সম্পৰ্কীয় 'মেক্সিম'ত পোৱা যায় — "প্ৰেমৰ পৰিণাম বিচাৰিলে দেখা যাব বন্ধুতকৈ ঘৃণাৰ লগতহে প্ৰেমৰ মিল অধিক।"

# বলিউডৰ জনপ্ৰিয় হিয়া-দিয়া-নিয়া

ৰাজকাপুৰ - নাৰ্গিছ।
প্ৰেম নাথ - বীণা ৰায়।
গুৰুদত্ত - ওৱাহিদা ৰহমান
ৰাজেন্দ্ৰ কুমাৰ - চায়েৰা বানু।
উত্তম কুমাৰ - সুচিত্ৰা সেন।
দিলীপ কুমাৰ - মধুবালা।
দেৱ আনন্দ - সুৰাইয়া।
জিতেন্দ্ৰ - জয়া প্ৰদা
শশী কাপুৰ - শৰ্মিলা ঠাকুৰ।
সঞ্জীৱ কুমাৰ - সুদক্ষিণা পণ্ডিত।
অমিতাভ বচ্চন - ৰেখা।
ধৰ্মেন্দ্ৰ - হেমামালিনী
গুলজাৰ - ৰাখী
ৰাজেশ খান্না - ডিম্পল
জে পি দত্তা - বিন্দিয়া
কুমাৰ গৌৰৱ - বিজয়েতা
ঋষি - নীতু।
মিঠুন - শ্ৰীদেৱী
বনি কাপুৰ - শ্ৰীদেৱী
অজয় - কাজল
আমিৰ - জুহী
চলমান - ঐশ্বৰ্য
অক্ষয় - টুইংকল
চানী - ডিম্পল
নানা পাটেকাৰ - মনীষা
বিক্ৰম ভাট - সুস্মিতা সেন
আশুতোষ ৰাণা - ৰেণুকা